# অসমত শিক্ষাৰ অগ্ৰগতি



ড° লক্ষহীৰা দাস এম. এ., পি. এইচ. ডি.
ৰিদাৰ, শিক্ষাবিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়

ইউনাইটেড দাস পাব্লিচাৰ্ছ
গুৱাহাটী-৩

প্ৰকাশক :

ইউনাইটেড দাস পাব্লিচাৰ্চ
গুৱাহাটী।
১৯৭৮ চন।

বেটুপাত—বেণু মিশ্ৰ

প্ৰথম প্ৰকাশ—১৯৭৮ ফেব্ৰুৱাৰী।

মূল্য : ৭.৫০ পইছা

ছপাশাল : শ্ৰীসৰস্বতী প্ৰেছ
গুৱাহাটী—১

# পাতনি

প্ৰথমেই কৈ যোৱা ভাল হব যে মোৰ এই কিতাপখন গৱেষণালব্ধ তথ্যপূৰ্ণ নহয়। "অসমত শিক্ষাৰ অগ্ৰগতি"খন লিখাৰ অন্তৰালত আছে প্ৰধানকৈ দুটা কাৰণ। প্ৰথমতে, কটন কলেজৰ শিক্ষা বিভাগত মুৰব্বী হিছাবে দীৰ্ঘ-কাল অধ্যাপনা কৰাৰ সময়ত অসমৰ শিক্ষা ব্যবস্থা আৰু ইয়াৰ অগ্ৰগতি সম্পৰ্কে পৰ্য্যাপ্ত তথ্যপাতি সম্বলিত এখন নিৰ্ভৰযোগ্য কিতাপৰ অভাৱ অনুভৱ কৰিছিলো আৰু এই অনুভৱ তীব্ৰতৰ হৈছিল কিছুদিন পূৰ্বে বিশ্ববিদ্যালয়ত যোগদান কৰাৰ পাছত। সময় আৰু সুযোগ পালে এই অভাৱ দূৰ কৰিবলৈ ইচ্ছা আছিল।

দ্বিতীয়তে, ছাত্ৰী অৱস্থাতে সুদূৰ অতীতৰ পৰা বৰ্তমানলৈ ভাৰতৰ শিক্ষাৰ ইতিহাস অধ্যয়ন কৰা কালত, অতি সীমিত তথ্যকে কেন্দ্ৰ কৰি অসমৰ শিক্ষা সম্পৰ্কে এক অবিচ্ছিন্ন চিন্তাৰ প্ৰবাহ মনৰ মাজেদি বৈ গৈছিল। সেই ভাবনাকে অধিক তথ্যৰ সন্নিৱেশিত ৰূপত প্ৰকাশ কৰিবলৈ ইচ্ছা এটা মনত জাগৰিত হৈছিল। এই দুয়োটা কাৰণতে মোৰ ইতিপূৰ্বে প্ৰকাশিত "স্নাতক মহলাৰ সম্পূৰ্ণ শিক্ষা"ৰ শেষৰ অংশটি কিছু পৰিবৰ্দ্ধিত আৰু সংশোধিত কৰি কিতাপ আকাৰত প্ৰকাশ কৰা হ'ল। এই কাৰ্য্যত আশানুৰূপ ফল লাভ কৰিব পাৰিছো বুলি মই নেভাবো। অৱশ্যে পৰৱৰ্ত্তী সংস্কৰণত ইয়াক অধিক বিস্তাৰিত আৰু ত্ৰুটিহীন ৰূপত প্ৰকাশ কৰাৰ ইচ্ছা থাকিল। যিবিলাক কিতাপপত্ৰ, আলোচনী, প্ৰতিবেদন আদিৰ পৰা তথ্য-পাতিৰ উদ্ধৃতি দিয়া হৈছে সেইবোৰৰ নাম কৃতজ্ঞতাৰে সৈতে কিতাপৰ শেষত উল্লেখ কৰা হ'ল।

কিতাপখন খৰতকীয়াকৈ যুগুত কৰাত কিছু ভ্ৰম প্ৰমাদ ৰৈ যোৱাটো স্বাভাবিক। সহৃদয় পাঠক-পাঠিকা, শিক্ষাৰ্থী, অধ্যাপক সকলে কোনো ত্ৰুটি বিচ্যুতি সম্পৰ্কে মোৰ দৃষ্টি আকৰ্ষণ কৰিলে নথৈ বাধিত হম।

কিতাপখন কপি কৰা, প্ৰুফ চোৱা আৰু অন্যান্য কামত বিশেষ সহায় আগবঢ়ালে মোৰ স্বামী অধ্যাপক ৰামচৰণ দাস আৰু দুই পুত্ৰ শ্ৰীঅভিনন্দন দাস আৰু অম্লানদীপ দাসে।

গুৱাহাটী : ১৯৭৮ লক্ষহীৰা দাস

# চকু পচাৰতে অসম

## ( ১৯৭৬ )

| | | |
|---|---|---|
| ১। | কালি ... ... | ৭৮,৫২৩ বৰ্গকিলোমিটাৰ |
| ২। | জিলা ... ... | ১০ খন |
| ৩। | নগৰ ... ... | ৭২ „ |
| ৪। | গাওঁ ... ... | ২১৯৯৫ খন |
| ৫। | জনসংখ্যা ... ... | ১,৪৬,২৫,১৫২ জন |
| ৬। | পুৰুষৰ সংখ্যা ... ... | ৭৭,১৪,২৪০ „ |
| ৭। | মহিলাৰ সংখ্যা ... ... | ৬৯,১০,৯১২ গৰাকী |
| ৮। | শতকৰা শিক্ষিত লোকৰ সংখ্যা ... | ২৮'৮ |
| ৯। | শতকৰা শিক্ষিত পুৰুষৰ সংখ্যা ... | ৩৬'৬৮ |
| ১০। | শতকৰা শিক্ষিতা মহিলাৰ সংখ্যা ... | ১৮'৬৩ |
| ১১। | মুঠ প্ৰাথমিক স্কুলৰ সংখ্যা ... | ২০,২৭৪ |
| ১২। | মুঠ হাইস্কুলৰ সংখ্যা ... ... | ৯০৯ |
| ১৩। | মুঠ উচ্চতৰ মাধ্যমিক স্কুলৰ সংখ্যা ... | ৬৪ |
| ১৪। | মুঠ হাই মাদ্ৰাচাৰ সংখ্যা ... ... | ১৫ |
| ১৫। | প্ৰাথমিক স্কুল নথকা গাৱৰ সংখ্যা ... | ২৩৮২ |
| ১৬। | মুঠ কলেজৰ সংখ্যা ... ... | ১৬৯ |

(ক) গুৱাহাটী বিশ্ববিদ্যালয়—১২৬
(খ) ডিব্ৰুগড় „ ৪১
(গ) কৃষি „ ২

### জিলা হিচাবে শিক্ষিতৰ হাৰ :—

| | | | | | |
|---|---|---|---|---|---|
| ১। | গোৱালপাৰা | ২২'০ | ৬। | লক্ষীমপুৰ | ২৮'৯ |
| ২। | নগাওঁ | ২৮'৯ | ৭। | শিৱসাগৰ | ৩৬'৬ |
| ৩। | কামৰূপ | ২৮'৮ | ৮। | উত্তৰ কাছাৰ পাৰ্বত্য জিলা | ২৭'৩ |
| ৪। | দৰং | ২২'৮ | ৯। | কাৰ্বি আংলং পাৰ্বত্য জিলা | ১৯'২ |
| ৫। | ডিব্ৰুগড় | ৩০'৫ | ১০। | কাছাৰ | ৩০'[illegible] |

# সূচীপত্ৰ



—×—

# প্ৰথম অধ্যায়

## আধুনিক ভাৰতীয় শিক্ষাৰ পটভূমি

**( Background of modern Indian education )**

অসমৰ শিক্ষা ব্যৱস্থাৰ অগ্ৰগতিৰ চমু ইতিহাস উপস্থাপন কৰাৰ আগতে ইয়াৰ সৰ্বভাৰতীয় পটভূমিৰ কথা বিবেচনা কৰাৰ প্ৰয়োজন আছে। সেয়েহে ছাত্ৰ-ছাত্ৰী আৰু অনুসন্ধিৎসু পাঠকৰ কাৰণে এই অধ্যায়টি সূচনা ৰূপে প্ৰথমতে সন্নিৱিষ্ট কৰা হ'ল।

এক মহান সংস্কৃতিপূৰ্ণ দেশ ভাৰতবৰ্ষৰ জনসমাজত আবহমান কালৰে পৰা এক সহজ, স্বতঃস্ফূৰ্ত আৰু সৰ্বপৰিব্যাপ্ত শিক্ষাব্যৱস্থা পুৰুষানুক্ৰমে প্ৰচলিত আছিল। বহুতবাৰ প্ৰতিকূল কাল ধুমুহাই শিক্ষাৰ এই বন্তিগছিৰ প্ৰাণশক্তি আৰু কাৰ্য্যকাৰিতা বহুলাংশে নিস্প্ৰভ কৰি তুলিছিল যদিও ইংৰাজ বণিকসকলে ভাৰতৰ মাটিত ভৰি দিয়াৰ সময়ত এনেবোৰ থলুৱা অনুষ্ঠানৰ সম্পূৰ্ণ বিলুপ্তি ঘটা নাছিল। ৰাজপৃষ্ঠপোষকতাত ঠন ধৰি উঠা এই শিক্ষা প্ৰতিষ্ঠানবোৰে পূৰ্বৰ দৰে সমাজত জ্ঞানবিস্তাৰ কৰাত বাধাপ্ৰাপ্ত হৈছিল সঁচা। কিন্তু দেশৰ তেনে এক বিপৰ্য্যস্ত অৱস্থাৰ মাজতো এইবোৰে ধিমিক্ ধামাককৈ হলেও জ্ঞানৰ বন্তিগছি জ্বলি থকাত সহায় কৰি দেশৰ পুৰণি ঐতিহ্যৰ ধাৰা নিৰৱচ্ছিন্ন ভাৱে প্ৰবাহিত কৰি ৰাখিছিল।

উল্লেখযোগ্য যে হিন্দু আৰু মুছলমান, ভাৰতৰ এই দুই সম্প্ৰদায়ৰ নিজা নিজ শিক্ষানুষ্ঠান সমূহে তেওঁলোকৰ ধৰ্মীয় অনুষ্ঠানৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত হৈ কাৰ্য্য পৰিচালনা কৰিছিল। "পাঠশালাৰ" পণ্ডিতসকলে হিন্দু-ছাত্ৰক সংস্কৃত আৰু "মছজিদত" মৌলবীসকলে মুছলমান ছাত্ৰক আৰবী আৰু পাৰ্চীৰ শিক্ষাদান কৰিছিল।

**ইংৰাজ বণিকৰ আগমন ঃ**

এই দেশত বিদেশী শিক্ষা প্ৰচলনৰ ইতিহাস মেলি চালে দেখা যায় যে ইংৰাজ শাসকসকলে "ইষ্ট ইণ্ডিয়া কোম্পানী" নাম লৈ পোন প্ৰথমতে বনিজ কৰিবলৈহে এই দেশলৈ আহিছিল। অৱশ্যে পিছলৈ সাম্ৰাজ্যবাদীৰ ভূমিকা লৈ ইয়াৰ মাটিত তেওঁলোকে খোপনি পুতি নিগাজীকৈ বহিছিল। প্ৰাকৃতিক

সৌন্দৰ্য্য আৰু ঐশ্বৰ্য্যৰে চহকী দেশ ভাৰতবৰ্ষৰ বিপুল বৈভৱৰ প্ৰতিহে ইংৰাজ বণিকসকল পোন প্ৰথমে আকৰ্ষিত হৈছিল। কিন্তু ক্ৰমাগতভাৱে বেপাৰ বাণিজ্য সম্প্ৰসাৰিত কৰি নিজৰ শক্তি বৃদ্ধি কৰাৰ পাছত তেওঁলোকে দেশৰ ৰাজনৈতিক ক্ষমতা কৰায়ত্ব কৰিছিল আৰু শেষলৈ পাশ্চাত্য শিক্ষা প্ৰবৰ্তন কৰি দেশত নতুন সাংস্কৃতিক ইতিহাসৰ পাতনি মেলিছিল।

**মিছনাৰীসকলৰ আগমন ঃ**

১৪৯৮ চনত ভাস্কো-ডা-গামাই ভাৰতবৰ্ষ আৰু অন্যান্য ইউৰোপীয় দেশৰ মাজত জলপথ আবিষ্কাৰ কৰাৰ পাছত বিভিন্নদেশৰ বণিকেৰে ভাৰতৰ উপকূল ভৰি পৰিছিল। ইউৰোপীয় এই বণিক সম্প্ৰদায়ৰ লগে লগে দেশলৈ আহিবলৈ আৰম্ভ কৰিছিল খৃষ্টান ধৰ্মযাজকসকল। এইদৰে অহা মিছনাৰীসকলৰ মুখ্য উদ্দেশ্য আছিল খৃষ্টান ধৰ্মপ্ৰচাৰ আৰু ভাৰতীয় লোকৰ ধৰ্মান্তৰ। বিদেশী বণিকসকলে এইদেশলৈ আহি প্ৰায় স্থায়ীভাৱে বেপাৰ বাণিজ্যৰ কাম চলাবলগীয়া হোৱাত তেওঁলোকৰ শিক্ষাদীক্ষাৰ কাৰণে স্কুল কলেজ প্ৰতিষ্ঠা কৰাৰ সমস্যাই দেখা দিলে আৰু স্বাভাৱিকতে মিছনাৰীসকলৰ ওপৰতে এই দায়িত্ব ন্যস্ত হ'ল। অন্যান্য ইউৰোপীয় বণিকসকলক বাণিজ্য ক্ষেত্ৰত পৰাভূত কৰি ইংৰাজ বণিকসকল যেতিয়া অপ্ৰতিদ্বন্দী হৈ পৰিল তেতিয়া বৃটিশ ইষ্ট ইণ্ডিয়া কোম্পানীৰ চনদ পুনৰ প্ৰবৰ্ত্তিত হোৱাৰ সময়ত ১৬৯৮ চনত এই মৰ্মে এটি ধাৰা প্ৰবৰ্তন কৰা হ'ল যে ভাৰতত প্ৰতিষ্ঠিত হোৱা বাণিজ্যৰ ঘাটিবিলাকত ধৰ্মযাজক নিযুক্ত কৰা হ'ব আৰু সেই ঠাইত শিক্ষা বিস্তাৰৰ কাৰণে স্কুল কলেজ আদিও পতা হব। এই নিৰ্দেশৰ ফলত ভাৰতবৰ্ষত মিছনাৰীসকলৰ শিক্ষামূলক কাৰ্য্য দ্ৰুতগতিত বিস্তাৰ লাভ কৰিবলৈ ধৰিলে আৰু ১৭০০ চনত খৃষ্টীয় জ্ঞান প্ৰচাৰ সমিতি ( Society for promoting christian knowledge ) সংগঠিত হ'ল। এই সমিতিৰ পৃষ্ঠপোষকতাত দেশৰ বিভিন্ন ঠাইত দাতব্য বিদ্যালয় ( charity school ) স্থাপিত হবলৈ ধৰিলে। ১৭১৬ চনত দুগৰাকী মিছনাৰী জাইগেনবল্গ ( zieganbalg ) আৰু প্লুৎসাছুৰ ( plutschu ) প্ৰচেষ্টাত ভাৰতৰ সৰ্বপ্ৰথম শিক্ষক প্ৰশিক্ষণ বিদ্যালয় স্থাপন কৰা হয়। মিছনাৰীসকলে ল'ৰা-ছোৱালীৰ কাৰণে স্কুল পতাৰ উপৰিয়ো দেশৰ নিৰক্ষৰ জনগণক সাক্ষৰ কৰিবৰ উদ্দেশ্যে মহিলাসকলৰ কাৰণে "জ্ঞানানা স্কুল" ( Zanana school ) আৰু পুৰুষৰ কাৰণে নৈশ শ্ৰেণীৰ ( Night class ) ব্যৱস্থা কৰিছিল।



আগতেই কোৱা হৈছে যে মিছনাৰীসকলৰ সমস্ত কৰ্মধাৰাৰে মুখ্য উদ্দেশ্য আছিল ভাৰতৰ জনসাধাৰণৰ মাজত যীশুৰ বাণী প্ৰচাৰ আৰু ভাৰতীয় লোকৰ ধৰ্মান্তৰকৰণ। এই উদ্দেশ্য সিদ্ধিৰ এক অপৰিহাৰ্য্য অঙ্গ হিচাবে তেওঁলোকক শিক্ষাবিস্তাৰৰ কাৰ্য্যত ব্ৰতী হোৱা দেখা গৈছিল। ধৰ্মপ্ৰচাৰ আৰু শিক্ষাবিস্তাৰ—এই দুই উদ্দেশ্য সন্মুখত ৰাখি মিছনাৰীসকলে দেশীয় লোকৰ মন আকৰ্ষণ কৰিবলৈ বিভিন্ন ভাৰতীয় ভাষা শিকাত লাগিল আৰু সেইবোৰ ভাষালৈ বাইবেল অনুবাদ কৰিলে লগে লগে অভিধান আৰু ব্যাকৰণ ৰচনা কৰি, নিজৰ ছপাশালত ছপাই ৰাইজৰ মাজত সুলভ মূল্যত বিলাবলৈ আৰম্ভ কৰিলে। মিছনাৰীসকলৰ শিক্ষামূলক কাৰ্য্যাৱলীৰ উল্লেখযোগ্য দিশবোৰ হ'ল—

(১) দাতব্য বিদ্যালয় প্ৰতিষ্ঠা।
(২) ছপাখানা স্থাপন।
(৩) শিক্ষক-প্ৰশিক্ষণ স্কুল স্থাপন।
(৪) স্কুলৰ পৌনঃ পুনিক খৰছৰ বাবে অৰ্থসাহায্য অনুদান।
(৫) স্কুলঘৰ আদি নিৰ্মানৰ কাৰণে ব্যয়ৰ দায়িত্ব গ্ৰহণ।
(৬) লটাৰীৰ সহায়ত অৰ্থ সংগ্ৰহ।
(৭) অনাথ শিশুৰ শিক্ষাৰ দায়িত্ব গ্ৰহণ।
(৮) স্থানীয় ভাষাক প্ৰাধান্য দান।
(৯) দেশীয় লোকক চাকৰিত নিযুক্তিদান।
(১০) যিকোনো ধৰ্মৰ ছাত্ৰ ভৰ্ত্তিকৰণ ইত্যাদি।

মিছনাৰীৰ এনেবোৰ কাৰ্য্যত কোম্পানীয়ে প্ৰথম অৱস্থাত হকাবধা নকৰি বৰং উৎসাহ প্ৰদান কৰাহে দেখা গৈছিল। গতিকে এনে শিক্ষা প্ৰতিষ্ঠানবোৰ নিম্নোক্ত ধৰণে কোম্পানীৰ পৃষ্ঠপোষকতা লাভ কৰিবলৈ সক্ষম হৈছিল।

(ক) প্ৰথমতে, কোম্পানীয়ে মিছনাৰী স্কুল সমূহৰ দৈনন্দিন কাৰ্য্য পৰিচালনাৰ কাৰণে খৰছৰ যোগান ধৰিছিল।

(খ) দ্বিতীয়তে, লটাৰীৰ দ্বাৰা অৰ্থ সংগ্ৰহ কৰি স্কুল চলাবলৈ সুবিধা কৰি দিছিল।

(গ) তৃতীয়তে কোম্পানীয়ে স্কুলৰ মেৰামতি আৰু উন্নয়নৰ কাৰণে মুক্তহস্তে সাহায্যদান কৰিছিল।

(ঘ) চতুৰ্থতে স্কুলৰ বাহি হোৱা টকা অধিক সুদত কোম্পানীয়ে জমা ৰাখিছিল।

কোনো কোনো স্কুলত ছাত্ৰৰ কিতাপ পত্ৰ, শ্লেট পেঞ্চিল, আনকি খোৱা বোৱাৰ ব্যৱস্থাও মিছনাৰীসকলে বিনামূলীয়াকৈ যোগান ধৰিছিল।

(ঙ) আন এটা উল্লেখযোগ্য কথা হ'ল এনেবোৰ স্কুলত ইংৰাজী শিক্ষাৰ ব্যৱস্থা থাকিলেও বিভিন্ন ভাৰতীয় ভাষাত পাঠ্যসূচী পঢ়োৱাৰ ব্যৱস্থা আছিল। এইদৰে কোম্পানী আৰু মিছনাৰীসকলৰ সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্কৰ ভেটিত গঢ়ি উঠা এক অনুকূল পৰিবেশত শিক্ষাবিস্তাৰৰ কাৰ্য্য আশানুৰূপ ভাবে আগবাঢ়িছিল আৰু ১৭৬৫ চনৰ আগলৈকে মিছনাৰীসকলে কোম্পানীৰ অকুণ্ঠ সহযোগ আৰু উদাৰ অনুদান ভোগ কৰি শিক্ষাপ্ৰচাৰ কাৰ্য্যত আত্মনিয়োগ কৰিছিল।

**পৰিবৰ্তিত শিক্ষানীতি ঃ**

কোম্পানীয়ে ৰাজনৈতিক ক্ষমতা লাভ কৰি ভাৰতবৰ্ষৰ শাসকৰূপে প্ৰতিষ্ঠিত হোৱাৰ পাছত কিন্তু মিছনাৰীসকলৰ কাৰ্য্যকলাপৰ প্ৰতি ইংৰাজ চৰকাৰৰ দৃষ্টিভঙ্গীৰ বহু পৰিবৰ্তন ঘটিল। তেওঁলোকে হিন্দু আৰু মুছলমান এই দুই সম্প্ৰদায়ৰ নিজস্ব ধৰ্মীয় আদৰ্শ, নৈতিক বিশ্বাস আৰু চিৰাচৰিত ৰীতি-নীতি অক্ষুন্ন ৰাখি দেশত চিৰস্থায়ী শান্তি প্ৰতিষ্ঠা কৰিবৰ অৰ্থে দেশ শাসনৰ ক্ষেত্ৰত অতি সতৰ্কতা আৰু দূৰদৰ্শিতাৰে আগবঢ়াৰ প্ৰয়োজন অনুভৱ কৰিলে। তাকেই বাস্তৱত ৰূপায়িত কৰিবলৈ ১৭৯৩ চনৰ পৰা কোম্পানীয়ে "ধৰ্ম নিৰপেক্ষ নীতি" গ্ৰহণ কৰিবলৈ ললে আৰু ১৮১৩ চনলৈ কোনো নতুন মিছনাৰীক ভাৰতৰ চাৰি সীমাত পদাৰ্পণ কৰাটো নিষিদ্ধ কৰি দিলে। লগে লগে ধৰ্মীয় আদৰ্শৰে অনুপ্ৰাণিত পূৰ্বৰ মিছনাৰীসকলৰ কাৰ্য্যকলাপত বহু বাধা নিষেধ প্ৰবৰ্তন কৰা হ'ল আৰু আগতে লাভ কৰা আৰ্থিক আৰু অন্যান্য ক্ষেত্ৰৰ বহু সুযোগ সুবিধাৰ পৰা বঞ্চিত হ'ল।

দেশৰ শাসক গোষ্ঠীয়েও কিন্তু এই সময়ত শিক্ষাক্ষেত্ৰত সক্ৰিয় অংশ গ্ৰহণ কৰাৰপৰা বিৰত থাকিল আৰু ক্ষমতাচ্যুত হোৱা দেশৰ শাসক বৃন্দক সন্তুষ্ট ৰাখিবলৈ দেশীয় স্কুলৰ কাৰণে মাটিবাৰী আৰু টকা পইচাৰ অনুদান আগবঢ়োৱাৰ হে ব্যৱস্থা গ্ৰহণ কৰিলে। দেশীয় অনুষ্ঠান, ধৰ্ম আৰু ঐতিহ্যৰ প্ৰতি অনুৰাগ প্ৰদৰ্শন কৰি ভাৰতীয় প্ৰজাৰ মনত বিশ্বাস ভাজন হোৱাটোৱে আছিল ইংৰাজ সকলৰ সেই সময়ত একমাত্ৰ লক্ষ্য। সেয়েহে ১৭৮১ চনত ভাৰতৰ প্ৰথম গৱৰ্ণৰ জেনেৰেল ৱাৰেন হেষ্টিংচে আৰবী ভাষাৰ মাধ্যমত ইছলামীয়



দৰ্শন, ধৰ্মতত্ব, যুক্তিবিদ্যা, আৰবী আৰু পাৰ্চী ভাষাৰ উন্নয়ন আৰু মুছলমান ছাত্ৰক শাসন সংক্ৰান্ত কাৰ্য্যত নিযুক্তিৰ কাৰণে "কলিকতা মাদ্ৰাছা" স্থাপন কৰি এই ক্ষেত্ৰত বাটকটিয়াৰ ভূমিকা গ্ৰহণ কৰিছিল। ইয়াৰ পাছতে ১৭৮৪ চনত উইলিয়ামচ্ জোনচৰ দ্বাৰা "ৰয়েল এচিয়াটিক চোচাইটি অব্ বেঙ্গল" (Royal Asiatic Society of Bengal) আৰু ১৭৯১ চনত জনাথন ডানকানৰ দ্বাৰা "কাশী সংস্কৃত কলেজ" (Benaras Sanskrit College) স্থাপন কৰা হ'ল। ইয়াৰ উপৰিয়ো কলিকতাত আন এখন সংস্কৃত কলেজ আৰু আগ্ৰা আৰু দিল্লীত দুখন প্ৰাচ্য কলেজ এই সময়তে স্থাপন কৰিলে তদুপৰি সংস্কৃত আৰু আৰবী পাৰ্চী গ্ৰন্থ ইংৰাজীলৈ অনুবাদ কৰি শাসক সকলে দেশীয় লোকক সন্তুষ্ট কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। অৱশ্যে ইংৰাজ শাসক বৰ্গই তেতিয়ালৈকে শিক্ষাৰ ক্ষেত্ৰত কোনো প্ৰত্যক্ষ অংশ গ্ৰহণ কৰা নাছিল।

**১৮১৩ চনৰ চনদ (Charter Act of 1813) ঃ**

ইংৰাজ শাসক শ্ৰেণীয়ে মিছনাৰী সকলৰ ধৰ্ম আৰু শিক্ষা প্ৰচাৰৰ কাৰ্য্যত বাধানিষেধ আৰোপ কৰাত ইংলণ্ডত এক শ্ৰেণীৰ লোকে তীব্ৰ বিৰোধীতা আৰু বাক্‌বিতণ্ডা কৰিবলৈ ধৰিলে। আনহাতে ভাৰতবৰ্ষত ইংৰাজ শাসনৰ ভেটি যথেষ্ঠ সুদৃঢ় হোৱাত শাসকসকলে শিক্ষা বিস্তাৰৰ দায়িত্ব গ্ৰহণ কৰাৰ প্ৰশ্নও উঠিল। ইয়াৰ ফলস্বৰূপে ১৮১৩ চনত প্ৰবৰ্ত্তিত হোৱা চনদ অনুসৰি ভাৰতীয় প্ৰজাৰ শিক্ষাব্যৱস্থাৰ সম্পূৰ্ণ দায়িত্ব ৰাষ্ট্ৰৰ ওপৰত ন্যস্ত কৰা হ'ল আৰু ভাৰতীয় লোকৰ মাজত বৈজ্ঞানিক জ্ঞান আৰু সাহিত্যৰ উন্নয়ন কল্পে একলাখ টকাৰ এটি মঞ্জুৰী দিয়া হ'ল। এই চনদে ভাৰতৰ সাংস্কৃতিক ইতিহাসত এক নতুন দিগন্তৰ সূচনা কৰিলে। মিছনাৰী প্ৰচেষ্টাকো এই চনদে প্ৰকাশ্যভাৱে সমৰ্থন জনাইছিল।

১৮১৩ চনৰ চনদত শিক্ষানীতি আৰু শিক্ষাৰ ব্যয় সম্পৰ্কে কেনে পন্থা লোৱা হব তাৰ কোনো নিৰ্দেশ নাছিল। ফলত ভাষাৰ সংক্ৰান্তত প্ৰাচ্য আৰু পাশ্চাত্যপন্থী দলৰ মাজত তুমুল বিৰোধিতাৰ সৃষ্টি হোৱা দেখা গৈছিল। ১৮৩৩ চনত অৰ্থ মঞ্জুৰীৰ পৰিমাণ একলাখৰ পৰা বাঢ়ি দহ লাখ হোৱাত এই সমস্যা অধিকতৰ জটিল হৈ পৰিল। এনে সময়তে পশ্চিমীয়া সাহিত্য, ইতিহাস, দৰ্শন, ৰাজনীতিত পাণ্ডিত্য লাভ কৰা এগৰাকী ব্যক্তি লৰ্ড মেকলে আহি ভাৰতৰ বৰলাট বেণ্টিঙ্কৰ আইন সদস্যৰূপে ভাৰতত উপস্থিত হ'লহি। তেওঁ বিতৰ্কৰ মোখনি মাৰি কাউঞ্চিলত এটি প্ৰস্তাব ১৮৩৫ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখে

দাখিল কৰিলে। (Macaulay's Minute) এই প্ৰস্তাৱমতে ভাৰতীয় প্ৰজাৰ মাজত পাশ্চাত্য দৰ্শন, সাহিত্য, জ্ঞান বিজ্ঞানৰ প্ৰসাৰ আৰু ইংৰাজী সাহিত্যৰ বিস্তাৰেই হব কোম্পানীৰ প্ৰসাশনৰ মূল উদ্দেশ্য। তদুপৰি ভাৰতীয় সকলৰ জ্ঞান বিজ্ঞান অনুশীলনৰ মাধ্যমৰূপে ইংৰাজী ভাষাক গ্ৰহণ কৰা হব। সংস্কৃত, আৰবী, পাৰ্চী আদি পুৰণি ভাষাক কোনোমতেই উৎসাহিত কৰা নহব।

সেই সময়ৰ বৰলাট বেণ্টিঙ্ক চাহাবে মেকলেৰ এই প্ৰস্তাৱক চৰকাৰী সিদ্ধান্ত ৰূপে গ্ৰহণ কৰে আৰু তাৰেই ফলশ্ৰুতি হিছাবে ইংৰাজী মাধ্যম ভাৰতত নিগাজী হৈ বহিল আৰু দেশীয় ভাষাই এক প্ৰচণ্ড বাধাৰ সন্মুখীন হ'ল। দেশত ইংৰাজী শিক্ষাৰ অনুষ্ঠানসমূহ দ্ৰুতগতিত বৃদ্ধি হবলৈ ধৰিলে।

**হাৰ্ডিঞ্জৰ ঘোষণা ঃ**

১৮৪৪ চনত সেইসময়ৰ বৰলাট লৰ্ড হাৰ্ডিঞ্জে ঘোষণা কৰিলে যে চৰকাৰী চাকৰিৰ ক্ষেত্ৰত ইংৰাজী জনা লোকক অগ্ৰাধিকাৰ দিয়া হ'ব। এই ঘোষণাৰ ফলত দেশত ইংৰাজী শিক্ষাৰ প্ৰতি দেশবাসীৰ আগ্ৰহ বহুগুণে বৃদ্ধি পালে আৰু ইংৰাজী শিকি ভাল চাকৰি বাকৰি পাবৰ আশাত বিভিন্ন শিক্ষানুষ্ঠানত ছাত্ৰ সংখ্যা অসম্ভৱ ধৰণে বাঢ়িবলৈ ধৰিলে। হাৰ্ডিঞ্জৰ এই ঘোষণাৰ অন্তৰালত নিহিত থকা মুখ্য উদ্দেশ্য হ'ল শাসন সংক্ৰান্ত বিভিন্ন দপ্তৰৰ কাৰণে বিদেশৰ পৰা অধিক দৰমহাত কৰ্মচাৰীসকলক মকৰল কৰাৰ পৰিবৰ্তে দেশীয় লোকৰ মাজৰ পৰা ইংৰাজী জনা মানুহক নিয়োগ কৰি চৰকাৰী ধন ৰাহি কৰাটো। তেওঁ হয়তো ভাবিব পৰা নাছিল যে এই কাৰ্য্যৰ দ্বাৰা ভৱিষ্যতে ভাৰতত ইংৰাজী শিক্ষাৰে শিক্ষিত আৰু ইংৰাজী ভাষাত অজ্ঞ এই দুটা শ্ৰেণীৰ মাজত বিভেদৰ সৃষ্টি হ'ব আৰু কায়িক শ্ৰম বিমুখ হৈ দেশবাসীয়ে চাকৰি জীৱিৰ পথকে অনুসৰণ কৰিব।

ওপৰৰ আলোচনাৰ পৰা ১৮৫৪ চনৰ আগলৈকে ভাৰতৰ শিক্ষা ব্যৱস্থাৰ কেইটামান বিশেষত্ব লক্ষ্য কৰা যায়। যেনে—

(১) ইংৰাজসকলে বণিক শ্ৰেণীৰ পৰা শাসক শ্ৰেণীলৈ উন্নীত হোৱাৰ পাছত দেশৰ বাহিৰা শত্ৰুৰ আক্ৰমণ ব্যৰ্থ কৰাত, শাসনৰ বাঘজৰী কটকটীয়া কৰাত আৰু দেশৰ আভ্যন্তৰীণ শান্তি আৰু শৃঙ্খলা অব্যাহত ৰখাৰ কাৰণেই তেওঁলোকে সমস্ত অৰ্থ আৰু শক্তি নিয়োগ কৰিব লগা হোৱাত শিক্ষামূলক কামত মনোনিবেশ কৰিব পৰা নাছিল। শাসনৰ ভেটি সুদৃঢ় কৰা কাৰ্য্যতহে তেওঁলোক অধিক ব্যস্ত আছিল।



(২) ইংৰাজ শাসক শ্ৰেণীটোৱে শিক্ষাৰ ক্ষেত্ৰত প্ৰত্যক্ষ ভূমিকা গ্ৰহণৰ পৰা বিৰত থাকি সৃষ্টি কৰা শূন্যতা পূৰণ কৰিছিল বিদেশী মিছনাৰীসকলে। প্ৰথম অৱস্থাত চৰকাৰৰ পৰা পোৱা শকত পৰিমাণৰ অৰ্থ সাহায্য আৰু সহ-যোগৰ কাৰণে এওঁলোকে স্কুল পতা আৰু শিক্ষা বিস্তাৰ কাৰ্য্যত বিশেষভাৱে উপকৃত হৈছিল। পিছলৈ ইংৰাজ শাসকৰ "ধৰ্ম নিৰপেক্ষ নীতি"ৰ কাৰণে কিছু বাধা পালেও তেওঁলোকে হতাশ নহৈ অতি উদ্যমেৰে নানা প্ৰতিকূল অৱস্থাৰ মাজতো দেশত স্কুল-কলেজ পাতিছিল আৰু শিক্ষাৰ উপকাৰিতা সম্পৰ্কে অশিক্ষিত ভাৰতীয় পুৰুষ মহিলাক সজাগ কৰি তুলিছিল।

(৩) ইংৰাজ শাসনৰ প্ৰথম অস্থিৰ অৱস্থা শাম কটাৰ পাছত শাসক সকলক দেশীয় লোকৰ শিক্ষা দীক্ষাৰ প্ৰতি কিছু আগ্ৰহশীল হোৱাটো পৰিলক্ষিত হৈছিল। কিন্তু আগৰেপৰা দেশত প্ৰচলিত শিক্ষা ব্যৱস্থাৰ ঠাইত হঠাতেই নতুন কিবা আমদানি কৰিলে ভাৰতীয়সকল বিদ্ৰোহী হৈ উঠিব নাইবা চৰকাৰৰ ওপৰত আস্থা হেৰুৱাব এই ভাবৰ বশৱৰ্তী হৈ তেওঁলোকে প্ৰাচ্যপন্থী সকলৰ লগত একমত হৈছিল। দেশীয় ভাষা, ধৰ্ম, সাহিত্য, সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন কৰাটো নীতি হিচাপে গ্ৰহণ কৰি শিক্ষাৰ ক্ষেত্ৰত আগবাঢ়িছিল। সেইসময়ত অৰ্থনৈতিক কাৰণত দেশীয় লোকক সন্তুষ্ট কৰাটো তেওঁলোকৰ প্ৰধান উদ্দেশ্য আছিল।

(৪) কিছুদিন দেশৰ শাসনকাৰ্য্য চলোৱাৰ পিছত কিন্তু এই নীতিৰ সাল-সলনি হৈছিল আৰু তেতিয়াও চৰকাৰে ৰাজনৈতিক ক্ষমতা দৃঢ়তৰ কৰিবৰ কাৰণে পাশ্চাত্যপন্থীসকলৰ লগত একমত হৈ দেশত পাশ্চাত্য শিক্ষা, সাহিত্য জ্ঞান বিজ্ঞানৰ বহুল প্ৰচাৰৰ কাৰণে অৰ্থ আৰু শক্তি নিয়োজিত কৰিছিল। এনে পৰিবৰ্তিত শিক্ষানীতিৰ অন্তৰালত মেকলেৰ প্ৰতিবেদনৰ প্ৰভাব বিশেষ ভাৱে উল্লেখনীয়।

(৫) শিক্ষাৰ অগ্ৰগতিৰ ক্ষেত্ৰত সেইসময়ৰ ভাৰতবৰ্ষৰ ছবি বিশেষ আশাপ্ৰদ বুলিব নোৱাৰি যদিও এই কালছোৱাৰ শেষলৈ কেইটামান বিতৰ্ক-মূলক বিষয়ত শাসক সকলে স্থিৰ সিদ্ধান্ত লবলৈ সক্ষম হৈছিল। যেনে— (১) দেশৰ ৰাইজক শিক্ষাদান কৰা কাৰ্য্য ৰাষ্ট্ৰৰ অৱশ্য কৰ্তব্য হিচাপে পৰিগণিত হৈছিল। (২) দ্বিতীয়তে প্ৰজাৰ মাজত উপযুক্ত শিক্ষাৰ ব্যৱস্থা কৰণত চৰকাৰে মনোযোগ দিছিল। (৩) তৃতীয়তে শিক্ষাৰ ক্ষেত্ৰত অনুসৰণ কৰা নীতি সম্পৰ্কে চৰকাৰে মুক্তভাৱে ঘোষণা কৰিছিল।

লৰ্ড উইলিয়াম বেণ্টিংকৰ পিছত লৰ্ড অকলেণ্ড ভাৰতৰ বৰলাট হৈ আহিল। ইতিমধ্যে নিমাত হৈ পৰা প্ৰাচ্যপন্থী সকলে তেতিয়া পুনৰ মুখৰ হৈ উঠিল আৰু ইংৰাজী শিক্ষাৰ বিৰুদ্ধে মত প্ৰকাশ কৰিবলৈ ধৰিলে। অৱশ্যে তেওঁলোকে জানিছিল যে দেশত ক্ৰমাগত ভাবে বৃদ্ধি পোৱা ইংৰাজী হেপাহক আৰু হেচা দি ৰাখিব পৰা নেযাব। লৰ্ড অকলেণ্ডও সকলো কথা চিন্তা কৰি ১৮৩৯ চনৰ ২৪ নৱেম্বৰ তাৰিখে এক প্ৰতিবেদন দাখিল কৰিছিল।

ইয়াৰ পাছত ১৮৫৪ চনৰ বিখ্যাত "উডৰ নিৰ্দেশনামা" (Wood's Despateh) প্ৰবৰ্ত্তিত হয়। ইয়াৰ মূল দফাসমূহ আছিল—(১) শিক্ষাবিভাগ প্ৰতিষ্ঠা (২) বিশ্ববিদ্যালয় স্থাপন (৩) সহায়ক অনুদান প্ৰথাৰ প্ৰৱৰ্তন (৪) শিক্ষকৰ প্ৰশিক্ষণ (৫) নাৰী শিক্ষা আৰু বৃত্তি শিক্ষা (৬) প্ৰাথমিক শিক্ষা আৰু ভাৰতীয় ভাষা মাধ্যম (৭) জলপানীৰ ব্যৱস্থা (৮) নতুন মাধ্যমিক বিদ্যালয় ইত্যাদি।

১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ পিছত ভাৰতৰ শাসনভাৰ কোম্পানীৰ হাতৰ পৰা বৃটিছ পাৰ্লিয়ামেণ্টে নিজৰ অধীনলৈ আনে। তাৰ পিছতে লৰ্ড ষ্টেন্‌লীয়ে ১৮৫৯ চনত ভাৰতৰ সচিব হৈ আহি উডৰ নিৰ্দেশনামাৰ প্ৰতি পূৰ্ণ সমৰ্থন জনাই এখন ডেচ্‌পাছ জাৰি কৰিলে। ইয়াৰ ফল স্বৰূপে কিছু বছৰৰ ভিতৰতে ভাৰতত শিক্ষিত লোকৰ সংখ্যা বহুগুণে বৃদ্ধি পাইছিল।

উল্লেখযোগ্য যে ইয়াৰ পিছতে ১৮৮২ চনত নিযুক্তি পোৱা ভাৰতৰ প্ৰথম শিক্ষা আয়োগে (হাণ্টাৰ আয়োগ) স্থানীয় স্বায়ত্ব শাসিত অনুষ্ঠানৰ ওপৰত শিক্ষাৰ দায়িত্ব ন্যস্ত কৰাৰ পৰামৰ্শ আগবঢ়াইছিল। এই শতিকাৰ আৰম্ভনিতে ভাৰতৰ বৰলাট ৰূপে কাৰ্য্যপৰিচালনা কৰা লৰ্ড কাৰ্জনে প্ৰাথমিক, মাধ্যমিক, আৰু উচ্চস্তৰীয় শিক্ষাৰ উন্নতি আৰু সংস্কাৰৰ কাৰণে বিবিধ ব্যৱস্থা গ্ৰহণ কৰিছিল। এই কথা অনস্বীকাৰ্য্য যে বৰ্তমান শতাব্দীৰ প্ৰচলিত শিক্ষা ধাৰাৰ সূত্ৰপাত হৈছিল কাৰ্জনৰ শাসনকালতে। ইয়াৰ বাহিৰেও কৃষি বিদ্যা চৰ্চাৰ সূত্ৰপাত কৰাৰ কাৰণে তেওঁৰ নাম চিৰ স্মৰণীয় হৈ ৰব।

ইতিমধ্যে ভাৰতৰ শিক্ষানুষ্ঠান আৰু শিক্ষিতলোকৰ সংখ্যা ক্ৰমাৎ বৃদ্ধি পাইছিল যদিও অন্য দেশৰ তুলনাত ই সন্তোষজনক নাছিল। গতিকে ইদানিং সচেতন হৈ পৰা ভাৰতীয় ৰাইজে বাধ্যতামূলক প্ৰাথমিক শিক্ষা প্ৰৱৰ্তন কৰাৰ দাবী জনাইছিল। ১৯১০ চনত বিখ্যাত জননেতা গোপালকৃষ্ণ গোখলেই প্ৰথম এখন বাধ্যতামূলক শিক্ষা বিল লেজিছলেটিভ কাউন্সিলত দাখিল



কৰিছিল। তেওঁৰ সেই প্ৰচেষ্টা সাৰ্থক নহল যদিও ইংৰাজ চৰকাৰে প্ৰাথমিক শিক্ষা বাধ্যতামূলক কৰাৰ প্ৰয়োজনীয়তাৰ কথা ভালকৈ হৃদয়ঙ্গম কৰিব পাৰিছিল। এই ঘটনাৰ পিছতে ১৯১২ চনত সম্ৰাট পঞ্চম জৰ্জে ভাৰত ভ্ৰমণ কৰি ভাৰতীয় প্ৰজাৰ শিক্ষাৰ শিতানত ৫০ লাখ টকা দান কৰে। ইয়াৰ প্ৰায় লগে লগেই ১৯১৩ চনত চৰকাৰে শিক্ষানীতিৰ কথাও ঘোষণা কৰিছিল।

সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ৰ বিবিধ সমস্যা আৰু নতুন ব্যৱস্থা গ্ৰহণৰ কাৰণে এটি আয়োগ গঠিত হৈছিল। ১৯১৭ চনৰ এই আয়োগে উচ্চস্তৰৰ শিক্ষা সংস্কাৰ আৰু প্ৰসাৰণ, তিনিবছৰীয়া ডিগ্ৰী শ্ৰেণীৰ প্ৰৱৰ্তন আৰু ইণ্টাৰমিডিয়েট কলেজ স্থাপন ইত্যাদি নানা মূল্যবান পৰামৰ্শ আগবঢ়াইছিল।

তেতিয়ালৈকে আমাৰ দেশৰ স্কুলসমূহত যি শিক্ষাব্যৱস্থা আছিল সেই শিক্ষাই ছাত্ৰক অকল পুথিগত জ্ঞানহে দান কৰিছিল—কোনো বৃত্তিৰ কাৰণে ছাত্ৰক প্ৰস্তুত কৰা নাছিল। গতিকে ১৯৩৭ চনত উড্ আৰু এবট্ (Wood & Abbot) নামৰ দুজন বিশেষজ্ঞক কাৰিকৰী শিক্ষাৰ বিষয়ত পৰামৰ্শদানৰ কাৰণে আমন্ত্ৰণ কৰি অনা হৈছিল। মহামানব মহাত্মা গান্ধীয়েও এই সময়তে দুখীয়া দেশ ভাৰতবৰ্ষৰ বাস্তৱ পৰিস্থিতিৰ লগত সংগতিহীন পুথিগত বিদ্যাৰ অসাৰ্থকতা উপলব্ধি কৰি "বুনিয়াদী শিক্ষাৰ আঁচনি"ৰ কথা ঘোষণা কৰিছিল। এই আচনিয়ে দেশবাসীক প্ৰকৃতাৰ্থত শিক্ষিত কৰাৰ উপৰিয়ো জীৱিকা নিৰ্বাহৰ পথ সুগম কৰি লব বুলি তেওঁ বিশ্বাস কৰিছিল। ইয়াৰ পাছত ১৯৪৪ চনত কেন্দ্ৰীয় উপদেষ্টা সমিতিয়ে দাখিলকৰা ছাৰ্জেণ্ট আঁচনি বিশেষভাবে উল্লেখযোগ্য। এই শিক্ষা আঁচনিত প্ৰাক্-প্ৰাথমিক স্তৰৰ পৰা উচ্চস্তৰলৈ শিক্ষাৰ এটি বৃহৎ পৰিকল্পনা দাঙি ধৰিছিল। কিন্তু বিভিন্ন কাৰণত এই আচনি কাৰ্য্যত পৰিণত হৈ নুঠিল।

১৯৪৭ চনত বহুকাম্য স্বাধীনতা পোৱাৰ লগে লগেই ভাৰত চৰকাৰে উচ্চ শিক্ষা সংস্কাৰ আৰু বিস্তাৰৰ প্ৰতি মনোযোগী হ'ল আৰু বিশ্ববিদ্যালয়বোৰৰ আভ্যন্তৰীণ সমস্যাৰ অনুসন্ধান আৰু সেইবোৰৰ সমাধানৰ উপায় নিৰ্ণয় কৰাৰ উদ্দেশ্যে ১৯৪৮ চনত ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণৰ নেতৃত্বত এটি বিশ্ববিদ্যালয় আয়োগ গঠিত কৰিছিল। ইয়াৰ পিছতে ১৯৫২ চনত ডঃ লক্ষ্মণস্বামী মুদালিয়াৰৰ সভাপতিত্বত গঠিত হোৱা মাধ্যমিক শিক্ষা আয়োগে স্কুলীয়া শিক্ষা ১১ বছৰীয়া আৰু বহুমুখী কৰাৰ পৰামৰ্শ আগবঢ়াইছিল। কিন্তু সেই

নির্দেশ বাস্তৱত ৰূপায়িত কৰাত বহুখিনি সমস্যা আৰু ত্ৰুটি ওলাই পৰিল। গতিকে পুনৰ দেশৰ শিক্ষা ব্যৱস্থা চালিজাৰি চাই এটি জাতীয় শিক্ষা আঁচনি আগবঢ়াবৰ কাৰণে ডঃ ডি, এচ্ কোঠাৰীৰ সভাপতিত্বত ১৯৬৪ চনত আকৌ এখন জাতীয় শিক্ষা আয়োগ গঠিত কৰা হৈছিল। ১৯৬৬ চনত দাখিল কৰা প্ৰতিবেদনত এই আয়োগে স্কুলীয়া শিক্ষাৰ কাল ১২ বছৰলৈ বঢ়াই দিয়ে। এই পৰামৰ্শ অনুসৰি বিভিন্ন ৰাষ্ট্ৰত ক্ৰমাগত ভাবে নতুন শিক্ষাব্যৱস্থা প্ৰবৰ্তিত হৈ আছে ; আমাৰ অসমতো ১৯৭৩ চনৰ পৰা কিছুমান স্কুলত ১২ বছৰীয়া পাঠ্যক্ৰম প্ৰচলন কৰা হৈছে।

## প্ৰশ্ন

১। আধুনিক ভাৰতীয় শিক্ষাৰ পটভূমি সম্পৰ্কে চমু আলোচনা কৰা।

( Discuss briefly about the background of modern Indian education.

২। চমু টোকা লিখা :—

(ক) ১৮১৩ চনৰ চনদ (খ) হাৰ্ডিঞ্জৰ ঘোষণা (গ) মেকলেৰ প্ৰতিবেদন।

Write brief notes on—

(a) charter Act of 1813 (b) Harding's resolution (c) Macaulay's Minute.

---

# দ্বিতীয় অধ্যায়

## অসমৰ শিক্ষাৰ প্ৰাচীন ঐতিহ্য

**( Education in Assam in ancient and later Period )**

এইকথা উল্লেখ কৰা নিস্প্ৰয়োজন যে একোটা জাতিৰ বা এখন সমাজৰ সংস্কৃতি সেই জাতি বা সমাজৰ ধৰ্মীয় ভাবধাৰা, সামাজিক, অৰ্থনৈতিক শৈল্পীক অৱস্থা, প্ৰাত্যহিক জীৱনৰ অনেক কাৰ্য্যকালাপ আৰু ৰীতিনীতিৰ দ্বাৰা গঢ় লৈ উঠে। সংস্কৃতিক বিশেষ ৰূপ দিয়াত এক উল্লেখযোগ্য অৰিহনা যোগায় সেই জাতি বা দেশৰ শিক্ষাব্যৱস্থাই। প্ৰাচীন অসম বা কামৰূপত প্ৰচলিত শিক্ষাব্যৱস্থাৰ ৰূপ কেনে আছিল, তেনে শিক্ষাৰ উদ্দেশ্য, বিষয়সূচীয়ে বা কি আছিল সেই সম্পৰ্কীয় তথ্য পাতিৰ সমল পৰ্য্যাপ্ত নহলেও তৎকালীন ভাৰতবৰ্ষৰ শিক্ষাসংস্কৃতিৰ মানচিত্ৰত যে অসমে এক গৌৰৱোজ্বল স্থান অধিকাৰ কৰিছিল সেইকথা সম্প্ৰতি সন্দেহাতীত ভাবে প্ৰমাণিত হৈছে। অতি পুৰণি কালতো অসমীয়া সমাজে যি উন্নতিৰ শিখৰত উপনীত হৈছিল সেই উন্নতিক সমসাময়িক ভাৰতৰ যিকোনো অঞ্চলৰ প্ৰগতিৰ লগত সুন্দৰ ভাবে তুলনা কৰিব পাৰি। "সেইকালত ব্ৰাহ্মণৰ পক্ষে যজন, যাজন, দান, প্ৰতিগৃহ, অধ্যয়ন, অধ্যাপনা এই ষট্‌কৰ্ম অপৰিহাৰ্য্য আছিল। গতিকে বিদ্বান ব্ৰাহ্মণ মাত্ৰেই ঘৰত ছাত্ৰ ৰাখি নিজে জনা শাস্ত্ৰৰ অধ্যাপনা কৰিছিল। ৰজাই ব্ৰহ্মোত্তৰ ভূমিদানেৰে আৰু ৰাজকোষৰ পৰা ধন দানেৰে তেনে ব্ৰাহ্মণৰ বৃত্তিৰ ব্যৱস্থা কৰিছিল। ফলত প্ৰত্যেকজন ব্ৰাহ্মণ পণ্ডিতৰ অধীনত একোখন বিদ্যালয় বা চতুষ্পাঠী আছিল।"

চীন পৰিব্ৰাজক হিউৱেন চাঙৰ বিবৰনীৰ পৰা জনা যায় যে সপ্তম শতিকাত কামৰূপৰ বিদ্যোৎসাহী ৰজা ভাস্কৰবৰ্মাই প্ৰজাৰ মাজত শিক্ষামূলক কাৰ্য্যত বিশেষ অনুৰাগ প্ৰদৰ্শন কৰিছিল। প্ৰাগজ্যোতিষপুৰ, হাৰুপ্পা, দুৰ্জয়া আদি স্থান সমূহৰ শিক্ষাকেন্দ্ৰ হিছাবে বিশেষ খ্যাতি আছিল, ভাস্কৰবৰ্মাৰ নিধনপুৰৰ তাত্ৰ শাসনত উল্লেখকৰা বিভিন্ন গোত্ৰ আৰু বেদশাখাৰ দুশ পাচগৰাকী বিদগ্ধ ব্ৰাহ্মণ পণ্ডিতৰ অৱস্থানৰ কথাইও ইয়াকে প্ৰতিপন্ন কৰে যে অসম বা কামৰূপত প্ৰাচীন ভাৰতীয় শিক্ষাব্যৱস্থাৰ অনুৰূপ শিক্ষাদানৰ ব্যৱস্থা শাস্ত্ৰজ্ঞ

পণ্ডিতসকলে বাহাল ৰাখিছিল। ৰজাঘৰৰ পৰা দান হিছাবে মাটিবৃত্তি লাভ কৰা অগ্ৰহাৰী ব্ৰাহ্মণ পণ্ডিতসকলে নিজাকৈ "ছাত্ৰশালা" বা "টোল" পাতি শিক্ষাবিস্তাৰ কৰাৰ বহু প্ৰমাণ পোৱা গৈছে। অৱশ্যে এইকথা নকলেও হব যে এই শিক্ষা আৰ্য্যধৰ্মানুকূল হোৱাৰ কাৰণে ই অভিজাত আৰু উচ্চবৰ্ণৰ মাজতে সীমাবদ্ধ আছিল আৰু সাধাৰণ প্ৰজাৰ কাৰণে বিদ্যামন্দিৰৰ দুৱাৰ উন্মুক্ত নাছিল। "কামৰূপ শাসনাৱলী" আন প্ৰাচীন কামৰূপীয় গ্ৰন্থসমূহত লিপিবদ্ধ হোৱা কথাৰ পৰা নিশ্চিত ভাৱে জানিব পৰা গৈছে যে প্ৰাচীন কামৰূপত "গুৰুকুল" প্ৰথা অনুযায়ী ছাত্ৰই শিক্ষালাভ কৰিছিল আৰু এই শিক্ষাব্যৱস্থাত অন্তৰ্ভুক্ত হোৱা বিষয়সমূহ আছিল—চাৰিবেদ, বেদাঙ্গ, স্মৃতি বা ধৰ্মশাস্ত্ৰ, পুৰাণ, তন্ত্ৰ, কাব্য, ভাস্কৰ্য্যবিদ্যা, যুদ্ধবিদ্যা ইত্যাদি। বনমালদেৱৰ তেজপুৰ তাম্ৰশাসন, ৰত্নপালদেৱৰ শোৱালকুচি তাম্ৰশাসন, ধৰ্মপালৰ শুভঙ্কৰপাটৰ লিপি, বলবৰ্মাৰ তাম্ৰশাসন আদি ভালেমান উৎসৰ পৰা এইকথা প্ৰতীয়মান হৈছে যে প্ৰাচীন কামৰূপত বেদৰ অধ্যয়ন আৰু অধ্যাপনা অৰ্থশাস্ত্ৰ, ধনুৰ্বিদ্যা, মীমাংসা, ন্যায়, বেদাঙ্গ (শিক্ষা, কল্প, নিৰুক্ত, জ্যোতিষ, ব্যাকৰণ, ছন্দ) আদিৰ চৰ্চা হৈছিল।

স্মৃতিশাস্ত্ৰ, তন্ত্ৰ, পুৰাণ, দৰ্শন চিকিৎসা বা আয়ুৰ্বেদশাস্ত্ৰ, জ্যোতিষশাস্ত্ৰ, বাস্তুবিদ্যা আৰু ভাস্কৰ্য্য, গন্ধৰ্ববিদ্যা আৰ্য্য সঙ্গীত নৃত্য আদি বিষয়ৰ জ্ঞান আৰু সম্যক চৰ্চাও যে প্ৰাচীন আৰু মধ্যযুগীয় অসমত হৈছিল সেই সম্পৰ্কে তথ্যপাতি পোৱা গৈছে।

লিপি প্ৰচলন হোৱাৰ আগতে অসমত পুৰুষানুক্ৰমে শিক্ষা মৌখিক ভাবে সঞ্চাৰিত হৈছিল। ভূতিবৰ্মণৰ গ্ৰান্টৰ পৰা জানিব পৰা যায় যে খৃষ্টীয় ষষ্ঠ শতিকাৰ পৰাই অসমত লিপিৰ প্ৰচলন হয় আৰু তেতিয়াৰে পৰা সাচিপাতত পুথি লিখা প্ৰথাৰ প্ৰচলন হৈছিল। সেই সময়ত তুলাপাত, তালপাত, বাহপাত, মাত্ৰুৱীবনৰ নিচিনা দীঘল আৰু বহল এবিধ পাত, আৰু সাঁচিপাত আদিৰ সংৰক্ষণ কৰিবলগীয়া কথা লিপিবদ্ধ কৰা হৈছিল। সাঁচিপাতত লিখিবৰ কৌশল জনা লোক অসমতহে আছে। তুলাৰে কাগজ তৈয়াৰী কৰা প্ৰথা যে এসময়ত ভাৰতত প্ৰচলিত আছিল সেইকথা অসমীয়া ভাষাইহে জীয়াই ৰাখিছে। "যোগিনীতন্ত্ৰত" মাটি, গছৰ বাকলি, সোণ, ৰূপ আদিত লিখন আৰু মুদ্ৰণ প্ৰথা প্ৰচলিত থকাৰ বিষয়ে উল্লেখ আছে। ভুটিয়াসকলে অনা ভূজপত্ৰতো কোনো কোনোৱে মন্ত্ৰ লিখি তাবিজত সুমুৱাই লোৱা কথাৰ উল্লেখ পোৱা



যায়। খাগৰী, হাঁহৰ পাখি, জন্তুৰ শিং, বাহ, লোহা, পিতল আৰু সোণেৰে লিখনী বা কলম তৈয়াৰী হৈছিল। লিখাৰ সজুলিবোৰৰ নাম আছিল কাপ, মহীচুঙা, কুটনী, আঁকমাৰি, বিন্ধনা ইত্যাদি। লিখিবৰ কাৰণে "মহী" অৰ্থাৎ চিয়াহি প্ৰস্তুত কৰা হৈছিল শিলিখাৰ ৰস আৰু গৰুৰ মূতৰ সংমিশ্ৰণ ঘটাই। ইয়াৰ বাহিৰেও পুৰণি পুথি পাজিত পোৱা যায় যে চৰুৰ ছাই; কেহৰাহৰ ৰস, লোৱাচুৰ, গৰুৰ মূত, শিলিখা, আমগছৰ ছাল, জামগছৰ ছাল একেলগে সিজাই মাটিৰ চৰুত নিয়ৰ পৰাকৈ থোৱা হৈছিল। চৰুৰ বাহিৰত নিগৰি নিগৰি চিয়াহি জমা হৈছিল। গোপনীয় তথ্যপাতি লিপিবদ্ধ কৰিবৰ কাৰণে সেইদৰেই কেচুৰ ৰস ব্যৱহাৰ হৈছিল। এই সমস্ত কথাই প্ৰমাণ কৰে লিখা-পঢ়াৰ কাৰণে অসমীয়া মানুহৰ কিমান আগ্ৰহ আছিল সেই কথা।

১২২৮ খৃষ্টাব্দত অসম জয় কৰি অসমত ৬০০ বছৰ প্ৰবল প্ৰতাপেৰে ৰাজত্ব কৰা ইন্দ্ৰবংশী আহোম সকলোৱে অতি সংস্কৃতিবান, দেশপ্ৰেমিক আৰু সৰ্বোপৰি বিদ্যোতসাহী আছিল তাৰ প্ৰমাণ বহুতো পোৱা যায়। আহোমৰ ৰাজত্ব কালত নিম্ন আৰু উচ্চ পৰ্য্যায়ত সংগঠিত কোনো শিক্ষা ব্যৱস্থা নাছিল যদিও দেওধাই, বাইলুং, মোহন এই তিনি প্ৰকাৰৰ পুৰোহিতৰ দ্বাৰাই ৰাজ্যত সীমিতভাৱে শিক্ষাপ্ৰসাৰৰ কাৰ্য্য সম্পাদিত হৈছিল। আহোমসকলেই অসমত ৰাজনৈতিক কাহিনী আৰু যোগাযোগ সম্বন্ধৰ কথা মনোমোহা আৰু তেজী ভাষাত লিপিবদ্ধ কৰাৰ পৰম্পৰা অসমীয়া ভাষালৈ দান দিছিল। অকল বুৰঞ্জীয়ে নহয়—আহোমৰ শাসন কালত ৰজাঘৰীয়া পৃষ্ঠপোষকতাত আন আন ভালেমান আপুৰুগীয়া পুথিও ৰচিত হৈছিল। চক্ৰধ্বজ সিংহৰ দৰে নিপুণ শাসনকৰ্তাই, "পূব ভাৰতৰ শিৱাজী" বুলি খ্যাত স্বৰ্গদেউ ৰুদ্ৰসিংহই, আতন বুঢ়াগোহাইৰ দৰে সুদক্ষ ৰাজনীতিবিদে আৰু লাছিত বৰফুকনৰ দৰে নিপুণ সেনাপতিয়ে যি আদৰ্শ দেখুৱাই গ'ল সেয়ে প্ৰমাণ কৰে যে আহোমৰ শাসন কালত অসমৰ শিক্ষা সংস্কৃতিৰ অৱস্থা অতি উন্নত আছিল। এই কালছোৱাত ভালেকেইজন সামৰিক বিষয়া, শাসক, সাধক আৰু কবিৰ জন্ম হৈছিল। এই সন্দৰ্ভত সৰ্বভাৰতীয় পৰম্পৰা ৰক্ষা কৰি অসমীয়া ধৰ্ম, সাহিত্য, সংস্কৃতি, শিক্ষা সমস্ত দিশতে অতুলনীয় অৱদান আগবঢ়াইছিল প্ৰাতঃস্মৰণীয় দুজনা গুৰু শ্ৰীমন্ত শঙ্কৰ আৰু মাধবদেৱে। মহাপুৰুষ দুজনাৰ দ্বাৰা স্থাপিত সত্ৰবোৰ ১৬ শতিকাৰ পৰা ইংৰাজ শাসনৰ আগলৈকে শিক্ষাবিস্তাৰৰ ঘাই কেন্দ্ৰ হৈ পৰিছিল। এই সত্ৰ সমূহত সংস্কৃতৰ উপৰিও বৈষ্ণৱ ধৰ্ম, সাহিত্য, নৃত্য

গীত, অভিনয় সকলোৱে শিক্ষাদান কৰা হৈছিল। সৰ্বধৰ্মৰ প্ৰতি সহনশীলতা আৰু সমভাৱ হ'ল শঙ্কৰী ধৰ্মৰ এক বিশেষত্ব। কিন্তু অতি পৰিতাপৰ কথা যে অসমীয়া শিক্ষা সংস্কৃতিৰ কেন্দ্ৰ এই সত্ৰ সমূহত পৰৱৰ্তী কালত ৰক্ষণশীলতা, ধৰ্মীয় গোড়ামী, কুসংস্কাৰ, সংকীৰ্ণ বাতাবৰণ, অন্য জাতি আৰু ধৰ্মৰ প্ৰতি অৱজ্ঞা আৰু ঘৃণা, আচাৰ অনুষ্ঠানত অত্যধিক গুৰুত্ব, সামাজিকভাৱে অনুন্নত লোকৰ প্ৰতি উদাসীনতা আৰু অসহিষ্ণুতা, অশিক্ষা ইত্যাদিৰ প্ৰাদুৰ্ভাৱ দেখা গৈছিল। নাৰী আৰু অনুন্নত লোকক নামপ্ৰসঙ্গৰ বাবে কীৰ্তন ঘৰৰ ভিতৰলৈ প্ৰবেশাধিকাৰ দিয়াটো বন্ধ কৰা হৈছিল। ইয়াৰ ফলশ্ৰুতি হিচাবে সত্ৰসমূহৰ জনসাধাৰণৰ ওপৰত প্ৰভাৱ কমি গৈছিল।

এই সময়ত মুছলমান ধৰ্মাৱলম্বী লোকসকলৰ মাজত শিক্ষা বিস্তাৰ কৰা কাৰ্য্যত মজজিদবোৰে এক বিশিষ্ঠ অংশ গ্ৰহণ কৰা দেখা গৈছিল। তদুপৰি সেই সময়ত জনগণৰ মাজত অনানুষ্ঠানিক শিক্ষা বিস্তাৰত মঠ মন্দিৰৰ বিভিন্ন সামাজিক আচাৰ অনুষ্ঠান, পূজা পাৰ্বন, মেলা, ভাওনা সবাহ আদিয়েও সহায় কৰিছিল।

———

# তৃতীয় অধ্যায়

## অসমত নতুন শিক্ষাৰ আৰম্ভনি

**( Beginning of New Education in Assam )**

ভাৰতবৰ্ষৰ ওপৰত ইংৰাজৰ ৰাজনৈতিক অধিকাৰ সাব্যস্ত হোৱাৰ বহুদিন পিছতহে বিদেশী শাসক সকলে অসমৰ মাটিত পদাৰ্পণ কৰিবলৈ সমৰ্থ হৈছিল। ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰীত ইংৰাজ আৰু মানৰজাৰ মাজত হোৱা ইয়াণ্ডাবু সন্ধি অনুসৰি স্বাধীন অসমৰ বেলিমাৰ যায় আৰু এই দেশ ইংৰাজ শাসনৰ অধীনলৈ আহে। অৱশ্যে পুৰন্দৰ সিংহক ১৮৩৮ চনলৈকে উজনি অসমৰ ৰজা কৰি ৰখা হৈছিল। ইয়াৰ পিছতে উজনি নামনি লগ লগাই ইষ্ট ইণ্ডিয়া কোম্পানীয়ে সমগ্ৰ অসমৰ শাসনৰ অধিকাৰ নিজৰ হাতলৈ আনিছিল। সেই সময়ত অসম দেশৰ আভ্যন্তৰীণ পৰিস্থিতি অতিশয় বিশৃঙ্খল আৰু অস্বস্তিকৰ আছিল। বৰ্বৰ মানৰ একাধিক আক্ৰমণ আৰু অমানুষিক অত্যাচাৰত অসংখ্য লোকৰ প্ৰাণ হানি হৈছিল আৰু জুৰুলা দেশবাসীয়ে মৃত্যু যন্ত্ৰণাতে চট্‌ফটাই দিন অতিবাহিত কৰিছিল। সেয়েহে ইয়াণ্ডাবু সন্ধিৰ পাছত দেশত যুদ্ধবিগ্ৰহ অশান্তি, অৰাজকতাৰ অন্ত পৰাত আৰু ইংৰাজ শাসকসকলে স্থায়ী শান্তি প্ৰতিষ্ঠা কৰাত অসমবাসী আনন্দত উৎফুল্ল হৈ পৰিছিল। অসমৰ সুযোগ্য সন্তান আনন্দৰাম ঢেকিয়াল ফুকনৰ ভাষাত "অসম প্ৰদেশৰ ওপৰত ইংৰাজ সকলৰ আধিপত্য ঘোষণাৰ দিনটোক অসমৰ ৰাইজে আনন্দেৰে অভিনন্দন জনাইছিল কিয়নো ইংৰাজ শাসনৰ তলত তেওঁলোকে সুখ শান্তি লাভ কৰিব বুলি আশাবাদী আছিল"।

এই সময়ত ডেভিড স্কট নামৰ এগৰাকী সুদক্ষ ইংৰাজ কৰ্মচাৰীক উত্তৰ পূব অঞ্চলৰ কাৰণে গভৰ্ণৰ জেনেৰেলৰ প্ৰতিনিধি কৰি নিযুক্তি দিছিল। সেই সময়ত দেশত শান্তি শৃঙ্খলা প্ৰতিষ্ঠা কৰি অসমীয়া প্ৰজাক পুনৰ স্বাভাৱিক জীৱন যাত্ৰাত অভ্যস্ত কৰা, সীমান্তৱৰ্তী অঞ্চলৰ পাহাৰীয়া জাতিবোৰৰ বিদ্ৰোহ দমন কৰা ইত্যাদি কাৰ্য্যতেই প্ৰথমতে ইংৰাজ কৰ্মচাৰীসকলে আত্মনিয়োগ কৰিবলগীয়া হৈছিল। ধীৰে ধীৰে দেশত শান্তি পুনৰ প্ৰতিষ্ঠিত হোৱাৰ পাছত ইংৰাজ সকলৰ ৰাজনৈতিক ক্ষমতা সুদৃঢ় কৰাৰ সমস্যাই দেখা দিছিল। এনে

পৰিস্থিতিত দেশৰ প্ৰচলিত সমাজ ব্যৱস্থা, ভূমি সমস্যা, ৰাজহ ইত্যাদিৰ বিষয়ত কোনো পৰিবৰ্তন আনি ৰাইজৰ অপ্ৰিয় ভাজন হবলৈ নোযোৱাটোকে বুদ্ধিমানৰ কাম হ'ব বুলি শাসক সকলে থিবাং কৰি পাৰ্যমানে পুৰণি ব্যৱস্থাকে বাহাল ৰাখিছিল। জনজাতীয় সকলৰ ক্ষেত্ৰতো স্কটে প্ৰাচীন বিশ্বাস আৰু চিৰাচৰিত ব্যৱস্থাৰ বিৰোধিতা কৰা নাছিল।

শিক্ষাৰ ক্ষেত্ৰতো ডেভিড স্কটে থিক কৰিছিল যে প্ৰচলিত ব্যৱস্থাৰ ঠাইত হঠাতেই কোনো পৰিবৰ্তন আনি দেশীয় লোকৰ মনত সন্দেহ আৰু বিদ্বেষৰ বীজ ৰোপণ নকৰাটোৱে দুৰদৰ্শিতাৰ কাম হ'ব। সেয়েহে থলুৱা শিক্ষানুষ্ঠান সমূহ যেনে—টোল, পাঠশালা, সত্ৰ, মাদ্ৰাচা আদিৰ শিক্ষামূলক কাৰ্য্য অব্যাহত ভাবে ৰখা, তেনে ধৰণৰ শিক্ষানুষ্ঠান পুনৰ প্ৰতিষ্ঠা কৰা আৰু তাৰ বাবে মাটিবাৰী টকা পইছাৰ সাহাৰ্য্য আগবঢ়োৱা আদি বিভিন্ন ব্যৱস্থা গ্ৰহণ কৰিছিল। ইয়াৰ বাহিৰেও তেনেবোৰ স্কুলৰ পৰা পাছ কৰা ছাত্ৰক চৰকাৰী কামত ভৰ্তি কৰি, আৰবী আৰু সংস্কৃত সাহিত্যৰ উন্নতিৰ কাৰণে উৎসাহ দান কৰি, আগতে ক্ষমতাৰ অধিষ্ঠিত আৰু আহোম ৰাজত্ব কালত বিষয়বাব ভোগ কৰা ডা-ডাঙৰীয়া সকলক শাসন সংক্ৰান্ত কাৰ্য্যত জড়িত কৰি ইংৰাজ সকলে ধীৰে ধীৰে নিজকে শক্তিশালীৰূপে প্ৰতিষ্ঠিত কৰিব পাৰিছিল।

ডেভিড স্কটে তেওঁৰ কাৰ্য্যকলাপৰ প্ৰথম ভাগতে চৰকাৰৰ পৰা অনুমতি লৈ গুৱাহাটী, নীলাচল, ন-দুৱাৰ পাতিদৰং, হাজো বজালী, শীলা, বিশ্বনাথ, নগাঁও, দেশাদৰঙত একোখনকৈ আৰু ন-দুৱাৰত দুখন স্কুল স্থাপিত কৰিছিল। সেই সময়ত কোনো নিৰ্দিষ্ট পাঠ্যক্ৰম আৰু পাঠ্যপুথি নাছিল কাৰণে ওপৰোক্ত স্কুলবোৰত ভাগবত, ৰামায়ণ, গণিত, চিকিৎসাবিদ্যা আদি' বিষয়বোৰ পঢ়োৱা হৈছিল। এই স্কুলবোৰত এজন শিক্ষকে ৩০ জনকৈ ছাত্ৰক শিক্ষা দিব লাগিছিল আৰু তাৰ পাৰিশ্ৰমিক হিচাপে তেওঁলোকক ৩০ পুৰাকৈ খাজানা-বিহীন মাটি দান কৰা হৈছিল।

পাঠশালা, টোল আৰু মাদ্ৰাচাত শিক্ষা পোৱা অসমীয়া ছাত্ৰ আৰু আগতে ৰজাঘৰীয়া বিষয় খোৱা ডা-ডাঙৰীয়া সকলক স্কট চাহাবে চৰকাৰী চাকৰিত মকৰল কৰিছিল যদিও অতি সোনকালে এই সকল লোকে শাসন সংক্ৰান্ত কাৰ্য্যত অনুপযুক্ততাৰ পৰিচয় দিছিল। কাৰণ এওলোকে দেশত নতুনকৈ প্ৰৱৰ্তিত হোৱা শাসন পদ্ধতি, দলিলপত্ৰৰ ব্যৱহাৰ, আয়-ব্যয়ৰ জটিল হিচাপ পত্ৰৰ কাম, ফাইল ৰখা মাটিপট্টন, ৰাজহসংক্ৰান্ত কাৰ্য্য পৰিচালনা কৰা



কাম, ইত্যাদিৰ উৱাদিহ নাপাই ইউৰোপীয় কৰ্মচাৰীসকলৰ মূৰ কামোৰনিৰ সৃষ্টি কৰিছিল। আনহাতে চুবুৰীয়া বঙ্গদেশৰ লোকসকলে অসমতকৈ বহুতো আগতে ইংৰাজ শাসনৰ অভিজ্ঞতা আৰু ইংৰাজী শিক্ষা লাভ কৰি বিদেশী শাসকসকলৰ লগত তাল মিলাই কাম কৰিবলৈ যথেষ্ট প্ৰশিক্ষণ লাভ কৰিছিল। গতিকে ডেভিড স্কটে শাসনৰ সুবিধাৰ কাৰণে বঙ্গদেশৰ পৰা এনে লোক আনি চাকৰিত সুমুৱাই দিছিল। ক্ৰমাগত ভাবে এই বহিৰাগত লোকে শাসনৰ বিভিন্ন স্তৰত উপচি পৰিল আৰু অনা অসমীয়া মানুহৰ প্ৰকোপত থলুৱা লোকৰ স্বাৰ্থত নানা ভাবে হেচা পৰিবলৈ ধৰিলে।

কিন্তু "শাপে বৰ হোৱাৰ" নিচিনাকৈ এনে পৰিস্থিতিয়ে অসমৰ নেতৃস্থানীয় লোকসকলৰ চকু মুকলি কৰিলে আৰু তেওঁলোকৰ মনত এই শুভ ভাবনাৰ উদয় হ'ল যে অসমীয়া মানুহে যদি ইংৰাজী শিক্ষা লাভ কৰি নতুন শাসনকাৰ্য্য আইন শৃঙ্খলা, ভূমি নীতি, ৰাজহ ব্যৱস্থা ইত্যাদিৰ কাম চলোৱাত নিজকে উপযুক্ত কৰি নোতোলে তেন্তে দেশৰ ভৱিষ্যত অন্ধকাৰ। গতিকে শীঘ্ৰে অসমত ইংৰাজী শিক্ষা প্ৰবৰ্তন কৰাটো বাঞ্ছনীয়। স্কটৰ মৃত্যুৰ পাছত ১৮৩৪ চনত কমিচনাৰ হিচাপে নিযুক্তি লাভ কৰা কেপ্টেইন জেনকিন্সেও খুব ভালদৰে উপলব্ধি কৰিছিল যে এনেদৰে বাহিৰা মানুহক অসমৰ বিভিন্ন চাকৰি বাকৰিত মকৰল কৰাত স্থানীয় লোকৰ স্বাৰ্থ, হানি হৈছে, শাসনকাৰ্য্য ব্যয় বহুল হৈ পৰিছে আৰু ই অচিৰে ৰাইজৰ মনত বিদ্ৰোহৰ সূচনা কৰিব বুলি আশঙ্কাৰ কাৰণ আছে। তদুপৰি অসমীয়া মানুহৰ মনত ইংৰাজী শিক্ষাৰ প্ৰতি এক আকৰ্ষণ ধীৰে ধীৰে অনুভূত হৈছিল। আনহাতে ১৮৩৫ চনত মেকলেৰ প্ৰস্তাৱ সমূহ বেটিংকৰ অনুমোদন পোৱাত ইংৰাজ চৰকাৰে ভাৰতত ইংৰাজী শিক্ষাৰ মাধ্যমেৰে শিক্ষা প্ৰচাৰ কৰাৰ কথা ঘোষণা কৰিছিল।

ওপৰত উল্লেখকৰা কাৰণৰ ওপৰত ভেটিকৰি কেপ্টেইন জেনকিন্সে অসমত ইংৰাজী শিক্ষা প্ৰবৰ্তনৰ কাৰণে ইংৰাজী স্কুল খোলাৰ অনুমতি বিচাৰি ভাৰত চৰকাৰলৈ প্ৰস্তাব পঠিয়ালে। চৰকাৰেও এই প্ৰস্তাবত সন্মতিদান কৰাৰ ফলত ১৮৩৫ চনত গুৱাহাটীত প্ৰথম গৱৰ্ণমেণ্ট চেমিনাৰী স্থাপন কৰা হয়। এই স্কুলৰ প্ৰথম প্ৰধান শিক্ষক হিচাপে মিঃ চিঙ্গাৰ নামৰ এগৰাকী ইংৰাজক ১৫০ টকীয়া দৰমহাত নিযুক্তি দিয়া হৈছিল। তেওঁৰ পিছত এই স্কুললৈ প্ৰধান শিক্ষক হৈ আছিল মিঃ ৰবিনচন। গুৱাহাটী গৱৰ্ণমেণ্ট চেমিনাৰী অৰ্থাৎ বৰ্তমানৰ কটন কলেজীয়েট স্কুলে অসমত প্ৰথম ইংৰাজী শিক্ষাৰ পাতনি মেলিছিল। এই স্কুলে

১৮৫৮ চনৰ পৰা কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত এণ্ট্ৰেন্স পৰীক্ষা দিবলৈ অনুমতি পায় আৰু ১৮৬১ চনত প্ৰথম বাৰৰ বাবে দুজন ছাত্ৰই এই পৰীক্ষাত উত্তীৰ্ণ হয়। উল্লেখযোগ্য যে ১৮৬৪ চনত এই স্কুলৰ পৰা উত্তীৰ্ণ হোৱা চাৰিজন ছাত্ৰ আছিল আনন্দৰাম বৰুৱা, মাধবচন্দ্ৰ বৰদলৈ, কৰ্ণেল শিবৰাম বৰুৱা আৰু কৰ্ণেল জালনুৰ আলি আহমদ।

ইয়াৰ পাছত ১৮৪১ চনত শিৱসাগৰত আৰু ১৮৬৫ চনত নগাঁৱত একো-খনকৈ ইংৰাজী স্কুল পতা হৈছিল। অতি কম সময়ৰ ভিতৰতে ইংৰাজী শিক্ষাৰ প্ৰতি অসমীয়া মানুহৰ হেপাহ ইমান দ্ৰুত গতিত বৃদ্ধি পাইছিল যে গুৱাহাটীৰ আশে পাশে বহুতো শাখা স্কুল স্থাপিত হৈছিল আৰু তাত ছাত্ৰৰ সংখ্যা ক্ৰমাৎ বৃদ্ধি পাইছিল। আনহাতে মধ্য অসমীয়াতকৈ মধ্য ইংৰাজী স্কুলৰ সংখ্যা বৃদ্ধি পাইছিল আৰু কেইবাখনো মধ্য অসমীয়া স্কুল মধ্য ইংৰাজী স্কুললৈ ৰূপান্তৰিত কৰা হৈছিল।

## পৰগণা স্কুলৰ আঁচনি ( Pargana School Scheme ) ঃ

এইখিনিতে ১৮৩৮ চনত গুৱাহাটীৰ কালেক্টৰ জেমচ মেথিউৱে ভাৰত চৰকাৰক দাখিল কৰা পৰগণা স্কুলৰ আঁচনিৰ কথা বিশেষভাৱে উল্লেখযোগ্য। এই আঁচনিৰ দ্বাৰা তেওঁ দুটা উদ্দেশ্য পূৰণ কৰিবলৈ বিচাৰিছিল। ইয়াৰে এটা হ'ল কামৰূপৰ কোনো কেন্দ্ৰীয় স্থানত অসমীয়া ভাষাৰ বাহিৰেও ইংৰাজী শিক্ষাদানৰ কাৰণে Anglo vernacular স্কুল স্থাপন কৰা আৰু তাৰ ভাৰ স্থানীয় কমিটিৰ হাতত অৰ্পণ কৰা দ্বিতীয়তে লিখা পঢ়া, গণিতৰ (Reading, writing, Arithmetic) প্ৰাথমিক শিক্ষাদানৰ কাৰণে প্ৰচলিত শিক্ষানুষ্ঠান সমূহৰ সংখ্যা বৃদ্ধি আৰু শিক্ষাৰ মান উন্নীতকৰণ। কিন্তু দুৰ্ভাগ্যবশতঃ উইলিয়াম আডাম, এলফিনষ্টোন, মুনৰো প্ৰমুখ্যে বহুকেইগৰাকী ইংৰাজ শিক্ষাবিদৰ সমৰ্থন লাভ কৰিও এই আঁচনিয়ে শেষত জনশিক্ষাৰ সাধাৰণ সংস্থাৰ সন্মতি লাভ কৰাত ব্যৰ্থ হৈছিল।

ইংৰাজ শাসনৰ অধীনলৈ অহাৰ পাছত ১৮৭৪ চনলৈকে অসম বঙ্গদেশৰ অন্তৰ্ভুক্ত হৈ আছিল। স্বাভাৱিকতে বঙ্গ চৰকাৰে অসমৰ শিক্ষামূলক উন্নয়নৰ কাৰণে বিশেষ চকু দিব পৰা নাছিল। কিন্তু ১৮৭৪ চনত এজন চীফ কমিছনাৰৰ তলত অসমক এক সুকীয়া শাসনৰ গোট হিচাপে গঠন কৰা হ'ল আৰু এই প্ৰদেশৰ কাৰণে এটা শিক্ষাবিভাগও পোনপ্ৰথমবাৰৰ কাৰণে খোলা



হ'ল। কৰ্ণেল কিটিংচ ( Keatings ) আছিল অসমৰ প্ৰথম চীফ কমিচনাৰ আৰু তেওঁৰ শাসন কাৰ্য্যালয় আছিল চিলঙত। শিক্ষাবিভাগৰো ঘাই কাৰ্য্যালয় চিলঙত পাতি ডঃ চি. এ. মাৰ্টিনক (Dr. C. A. Martin) ইন্সপেক্টৰ পতা হৈছিল। অসমত শিক্ষা বিভাগ খুলি ইংৰাজ চৰকাৰে শিক্ষা সংগঠিত কৰিছিল যদিও সেই সময়ত নানা আসোঁৱাহৰ কাৰণে অসমে আশানুৰূপ ভাৱে শিক্ষাৰ ক্ষেত্ৰত ফলাফল দেখুৱাত ব্যৰ্থ হৈছিল। এই আসোঁৱাহবোৰ হ'ল—

(১) সেই সময়ত স্কুল বহাৰ কোনো নিৰ্দ্ধাৰিত সময় নাছিল।

(২) ছাত্ৰৰ কাৰণে হাজিৰা বহীৰ ব্যৱস্থাও নাছিল।

(৩) কৰ্তৃপক্ষই ছাত্ৰসংখ্যাৰ কোনো কোনো তালিকা নাৰাখিছিল।

(৪) স্কুলত নিৰ্দ্দিষ্ট কোনো পাঠ্যসূচী আৰু পাঠ্যপুস্তক নাছিল।

(৫) স্কুলৰ কৰ্তৃপক্ষ আৰু অভিভাবকৰ ভিতৰত সহযোগৰ ভাব নাছিল।

(৬) কলিকতা বিশ্ববিদ্যালয়ৰ ফাইনেল পৰীক্ষাৰ কাৰণে ছাত্ৰক প্ৰস্তুত কৰাটোৱে আছিল এই স্কুলবোৰৰ প্ৰধান লক্ষ্য।

(৭) অসমে কেন্দ্ৰৰ পৰা অতি কম পৰিমাণৰ অনুদান পোৱা হেতুকে শিক্ষাসম্প্ৰসাৰণ আৰু উন্নয়নৰ কাৰ্য্যত পদে পদে বাধা পোৱা হৈছিল।

(৮) স্কুল পৰিদৰ্শনৰ কাৰণে স্কুল পৰিদৰ্শকৰ সংখ্যা নগণ্য আছিল। ফলত অসমৰ বিভিন্ন জিলাত স্কুল আৰু ছাত্ৰসংখ্যা বৃদ্ধি নিৰাশাজনক আছিল।

১৮৫৪ চনৰ উডৰ নিৰ্দেশনামা আৰু ১৮৮২ চনত হাণ্টাৰ কমিচনত যদিও অনুদানৰ ভেটিত মাধ্যমিক স্কুল পতা আৰু চৰকাৰক মাধ্যমিক শিক্ষাত প্ৰত্যক্ষ ভূমিকা লোৱাৰ পৰা বিৰত থকাৰ পৰামৰ্শ আগবঢ়োৱা হৈছিল, ৰাইজৰ উদাসীনতাৰ কাৰণে এই পৰামৰ্শ কাৰ্য্যকৰী কৰাত বাধা পোৱা হৈছিল।

ইংৰাজী শিক্ষালাভ কৰি চৰকাৰী চাকৰিত নিযুক্তি পাই শিক্ষিত অসমীয়া এচামে সুখত জীৱন নিৰ্বাহ কৰা দেখি কিছু লোকে অসমত হাই স্কুলৰ সংখ্যা বৃদ্ধি হোৱাতো বিচাৰিছিল যদিও কুৰি শতিকাৰ আগলৈকে ইয়াত হাইস্কুল পতাত অসমীয়া মানুহে নেতৃত্ব দিব পৰা নাছিল। এই ক্ষেত্ৰত চৰকাৰেই আছিল আগৰনুৱা আৰু ১৮৮৩-৮৪ চনত চৰকাৰৰ দ্বাৰা প্ৰতিষ্ঠাপিত হাইস্কুলৰ সংখ্যা আছিল ১১ খন। ইয়াৰে ৯ খন চৰকাৰী আৰু ২ খন বেচৰকাৰী আছিল। অৱশ্যে কিছু বছৰৰ ভিতৰতে এই অৱস্থাৰ কিছু উন্নতি পৰিলক্ষিত হৈছিল। সেয়েহে ১৮৯৫-৯৬ চনত অসমত মধ্য ইংৰাজী, মধ্য অসমীয়া আৰু হাইস্কুলৰ সংখ্যা ক্ৰমে ৬২, ৪৯ আৰু ২১ খনলৈ বৃদ্ধি পাইছিল। ইয়াৰে ২১ খন

হাইস্কুলৰ ভিতৰত ১০ খন চৰকাৰী, ৪ খন সাহায্যপ্ৰাপ্ত আৰু ৭ খন সম্পূৰ্ণ বেচৰকাৰী আছিল।

## মিছনাৰী সকলৰ অৱদান ( The Contribution of Missionaries ) :

ঊনৈশ শতিকাত অসমৰ শিক্ষাবিস্তাৰৰ কাহিনী অসম্পূৰ্ণ হৈ ৰব যদিহে এই সন্দৰ্ভত মিছনাৰী সকলৰ অৱদানৰ কথা উল্লেখ কৰা নহয়। বৃটিশ চৰকাৰে অসম অধিকাৰ কৰাৰ প্ৰায় লগে লগেই মিছনাৰী সকলে আহি খৃষ্টান ধৰ্ম প্ৰচাৰ আৰু শিক্ষা বিস্তাৰৰ কাৰণে অসমত কুঠি পাতিছিল। ১৮২৯ চনত শ্ৰীৰামপুৰ মিছনৰ এটি শাখা গুৱাহাটীত স্থাপিত হৈ মিছনাৰী সকলৰ কাৰ্য্যৰ সূচনা কৰে। এই ক্ষেত্ৰত আমেৰিকান বেপ্টিষ্ট মিছনাৰী সকলৰ নাম বিশেষভাৱে উল্লেখযোগ্য আৰু সেইসকলৰ ভিতৰত ৰেভাৰেণ্ড নেথন ব্ৰাউন, এলিজাবেথ ব্ৰাউন, অলিভাৰ টি. কটৰ, ডঃ মাইলচ ব্ৰনচন আদিৰ নাম বিশেষভাৱে লব লাগিব। ১৮৪৪ চনৰ ভিতৰত ৰেভাৰেণ্ড অ. টি. কটৰৰ প্ৰচেষ্টাত শিৱসাগৰৰ ভিতৰতে ১৪ খন স্কুল স্থাপিত হৈছিল। ইয়াৰ বাহিৰেও কামৰূপ, নগাওঁ, দৰং, নগাপাহাৰ, গাৰো পাহাৰ আদিত বহুকেইখন স্কুল পতা হৈছিল। নগাওঁত এওঁলোকে স্কুলৰ বাহিৰেও অনাথ আশ্ৰম আৰু চিকিৎসালয় পতাতো বিশেষ ভাবে উল্লেখযোগ্য। ১৮৩৬ চনত অ. টি. কটৰে অসমত প্ৰথম ছপাশাল স্থাপন কৰে আৰু স্কুলৰ কাৰণে পাঠ্যপুথি লিখে।

বৃটিছ চৰকাৰে অসম অধিকাৰ কৰাৰ পাছত অসমত শিক্ষা আৰু শাসন সংক্ৰান্ত কাৰ্য্যত অসমীয়া ভাষা চলাবলৈ সিদ্ধান্ত লয়। কিন্তু বৃটিছ আমোলত চৰকাৰী বিষয়বাবত নিযুক্তি লাভ কৰি অসমত গোজ পুতি বহা এচাম বঙালী আমোলাই চৰকাৰক পতিয়ন নিয়ালে যে অসমীয়া ভাষাৰ স্বকীয়া কোনো অস্তিত্ব নাই আৰু ই হ'ল বঙালীৰ অপভ্ৰংশ। এতেকে বঙালী ভাষাহে শিক্ষা আৰু শাসনৰ মাধ্যম হব লাগে। চৰকাৰেও তাতেই পতিয়ন গৈ অসমীয়াক স্থান চ্যুত কৰি বঙালী ভাষাক সিংহাসনত বহুৱালে। কিন্তু চৰকাৰৰ এই মাৰাত্মক ভুলনীতিৰ ফল যে অসমীয়া মানুহৰ কাৰণে বিষময় হব সেই কথা মিছনাৰী সকলে আগতেই উপলব্ধি কৰিব পাৰিছিল। সেয়েহে তেওঁলোকে অসমীয়া ভাষাৰ স্বতন্ত্ৰতা আৰু মৌলিকতা সম্পৰ্কে চৰকাৰক যুক্তি প্ৰদৰ্শন



কৰিবলৈ উঠিপৰি লাগিল। অৱশেষত ১৮৭২ চনত অসমৰ লেফটেনেণ্ট গৱৰ্ণৰ চাৰ জৰ্জ কেম্বেলৰ নিৰ্দেশত যেনিবা চৰকাৰে পুনৰ শাসনকাৰ্য্য আৰু শিক্ষা দানত বঙালীৰ সলনি অসমীয়া ভাষা প্ৰচলন কৰিবলৈ সিদ্ধান্ত ললে।

মাধ্যম সংক্ৰান্ত আন্দোলনত এনেদৰে মিছনাৰী সকলে দেহে কেহে খাতি অসমীয়া ভাষা প্ৰতিষ্ঠা কৰাৰ বাহিৰেও শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত আন এটি মহৎ কাম কৰিছিল—সেইটো হ'ল স্কুলীয়া পাঠ্যপুথি প্ৰনয়ণ। উনৈশ শতিকাত অসমৰ পৰ্বত ভৈয়াম জুৰি বহুতো স্কুল স্থাপিত হৈছিল যদিও সেইবোৰত ছাত্ৰক শিক্ষা দিবলৈ বিভিন্ন বিষয়ত উপযোগী পাঠ্যপুথিৰ অত্যন্ত অভাব আছিল। এই ক্ষেত্ৰতো খৃষ্টান মিছনাৰীসকল সবাতকৈ আগৰনুৱা হৈ অসমীয় ভাষাত অভিধান আৰু পাঠ্যপুথি প্ৰণয়ণত হাত দিছিল। ১৮৩৯ চনত প্ৰকাশিত মিঃ উইলিয়াম ৰবিনচনৰ "গ্ৰামাৰ অব আচামিজ লেঙ্গুৱেজ" ( Grammer of Assamese Language ) খনেই হ'ল অসমত প্ৰথম প্ৰকাশিত স্কুলীয়া পাঠ্যপুথি। উনৈশ শতিকাত মিছনাৰীসকলে প্ৰকাশ আৰু প্ৰণয়ণ কৰা কিতাপবিলাকৰ ভিতৰত তলত উল্লেখ কৰা কেইখন বিশেষভাবে উল্লেখযোগ্য।

(১) ডঃ নেথন ব্ৰাউনৰ "Grammatical Notes on Assamese Language" ( ১৮৪৮ )

(২) মিছেছ সূচান আৰু ৱাৰ্ডৰ 'Brief Vocabulary in English and Assamese ( ১৮৬৪ )

(৩) ডঃ মাইলচ্ ব্ৰনচন প্ৰথম অসমীয়া অভিধান ( ১৮৬৭ )

(৪) ভূগোল শিক্ষক ( ১৮৪১ )

(৫) এলিজা ব্ৰাউনৰ "ভূগোলৰ বিৱৰণ" ( ১৮৫১ )

(৬) এলিজ ব্ৰাউনৰ "গণনাৰ কিতাপ" প্ৰথম ভাগ ( ১৮৪৫ )

(৭) এলিজা ব্ৰাউন আৰু ডঃ নেথান ব্ৰাউনৰ "গণনাৰ কিতাপ" দ্বিতীয় ভাগ ( ১৮৭৪ )

(৮) "বিজ্ঞানৰ বাৰে মতৰা"

(৯) কাশীনাথ তামুলিফুকনৰ "অসম বুৰঞ্জী পুথি" ( ১৮৪৪ )।

এইবোৰৰ বাহিৰেও মিছনাৰীসকলে অসমীয়া ভাষাত ধৰ্মপুথি, শিশুপাঠ্য আৰু অনুবাদ গ্ৰন্থ প্ৰকাশ কৰিছিল। মিছনাৰীসকলে প্ৰকাশ কৰা অসমৰ প্ৰথম বাতৰি কাকত "অৰুণোদয়" ( ১৮৬৪ ) প্ৰকাশ ও অসমীয়া সাহিত্যৰ

বুৰঞ্জীৰ এটি লেখত লব লগীয়া ঘটনা। তদুপৰি অশিক্ষা আৰু কুসংস্কাৰগ্ৰস্ত সমাজৰ প্ৰতিবন্ধক আৰু উদাসীনতা 'সত্ত্বেও এই মিছনাৰীসকলে নাৰীশিক্ষাৰ ক্ষেত্ৰত আশাতীতভাৱে কাম কৰি নোযোৱা হলে হয়তো দেশৰ নাৰী প্ৰগতি বহু পিছ পৰি থাকিলেহেতেন। স্বাধীনোত্তাৰ কালতো মিছনাৰী সকলৰ শিক্ষামূলক কাৰ্য্য অব্যাহত আছে আৰু বৰ্তমানো দেশৰ উচ্চমান বিশিষ্ঠ বহু স্কুল কলেজে তেওঁলোকৰ কৰ্মৰ স্বাক্ষৰ বহন কৰিছে।

১৮৭২ চনলৈকে অসমীয়া ভাষাত লিখা স্কুলীয়া পাঠ্যপুথিৰ সংখ্যা আছিল তেনেই নগন্য। বঙালী ভাষা প্ৰচলনৰ কাৰণেই এনে হবলৈ পাইছিল। ১৮৭২ চনৰ পিছত অসমৰ স্কুলবোৰত অসমীয়া চলোৱা হ'ল যদিও উপযুক্ত কিতাপপত্ৰৰ ক্ষেত্ৰত কোনো উন্নতি পৰিলক্ষিত হোৱা নাছিল। গতিকে চৰকাৰে উপযুক্ত পাঠ্যপুথিৰ কাৰণে পুৰস্কাৰ ঘোষণা কৰিবলৈ বাধ্য হৈছিল। ইয়াৰ ফলত ১৮৭২ চনৰ পিছত স্কুলীয়া পাঠ্যপুথিৰ সংখ্যা কিছু বৃদ্ধি পাইছিল। ১৮৭২ আৰু তাৰ আগতে প্ৰকাশিত স্কুলীয়া পাঠ্যপুথিৰ ভিতৰত কেইখনমান উল্লেখযোগ্য কিতাপ হ'ল—

(১) আনন্দৰাম ঢেকিয়াল ফুকনৰ "অসমীয়া লৰাৰ মিত্ৰ"
(২) গুণাভিৰাম বৰুৱাৰ "লৰাপুথি" ( ১৮৭৪ )
আৰু "অসমীয়া লৰাৰ ভূগোল" ( ১৮৭৯ )
(৩) হেমচন্দ্ৰ বৰুৱাৰ "অসমীয়া ব্যাকৰণ" ( ১৮৫৯ )
(৪) কনকলাল বৰুৱাৰ "ভূগোল শিক্ষা" ( ১৮৯৫ )
(৫) পাণীন্দ্ৰনাথ গগৈৰ "অসমীয়া লৰাৰ ভূগোল"
(৬) দীনবন্ধু তৰ্কালঙ্কাৰৰ "অসমীয়া লৰাৰ ব্যাকৰণ"
(৭) পদ্মনাথ গোহাই বৰুৱাৰ "নীতিশিক্ষা" "অসম বুৰঞ্জী" আৰু "বুৰঞ্জীবোধ"
(৮) পদ্মনাথ গোস্বামীৰ "পদমালা" ( ১৮৭৮ )
(৯) ভোলানাথ দাসৰ "কবিতামালা" ( ১৮৮২ )
(১০) গুৰুনাথ দত্তৰ "গণনাৰ পুথি" ( ১৮৭৩ )
(১১) দিবাকৰ শৰ্মাৰ "অঙ্কপাঠ" ( ১৮৮৩ )
(১২) বলদেৱ মহন্তৰ "গণিত শাস্ত্ৰ" ( ১৮৯০ )
(১৩) কালিৰাম বৰুৱাৰ "কাৰ্য্য শিক্ষা" ( ১৮৭৩ ) আৰু "ভূমি পৰিমাণ"
(১৪) অক্ষয় কুমাৰ দত্তৰ "অসমীয়া পদাৰ্থ বিদ্যা" ( ১৮৮৩ ) ইত্যাদি।



## প্ৰশ্ন

১। নতুন শিক্ষাৰ আৰম্ভনি হোৱাৰ আগতে অসমৰ থলুৱা শিক্ষাব্যৱস্থা কেনে আছিল বৰ্ণনা কৰা।

Give a descriptive account of the state of indigenous education in Assam before the introduction of new education.

২। ইংৰাজ চৰকাৰৰ কৰ্মচাৰী আৰু মিছনাৰীসকলে অসমত শিক্ষা প্ৰসাৰৰ ক্ষেত্ৰত কেনে ভূমিকা লৈছিল সেই সম্পৰ্কে লিখা।

Write about the role of the British officials and the Missionaries in the spread of educaions in Assam.

———

# চতুৰ্থ অধ্যায়

## অসমৰ প্ৰাথমিক শিক্ষা

**(Primary Education in Assam)**

ইয়াৰ আগৰ এটি অধ্যায়ত অসমৰ শিক্ষাৰ ঐতিহ্য সম্পৰ্কে আলোচনা কৰা হৈছে। জ্ঞানৰ অন্বেষণত এই দেশৰ অধিবাসী সকল যে অতি নিষ্ঠাবান আছিল সেই কথা দোহাৰিবৰ প্ৰয়োজন নাই। পৌৰাণিক কালত অসমত বৰ্ণাশ্ৰম ধৰ্ম অনুসৰি তপোবন আৰু গুৰুগৃহত শিক্ষাৰ্থীক শিক্ষা দিয়া হৈছিল। "গুৰুকুল পদ্ধতিত" চলা এই শিক্ষানুষ্ঠানৰ দুৱাৰ সৰ্বসাধাৰণৰ কাৰণে মুক্ত নাছিল আৰু তাত কেৱল ব্ৰাহ্মণ ছাত্ৰক হে শিক্ষাদান কৰা হৈছিল। ব্ৰাহ্মণ সকলে সেই সময়ত নিজৰ ভৰণ-পোষণৰ কাৰণে দানৰূপে পোৱা অগ্ৰহৰ গাওঁ বিলাকত সংস্কৃত শিক্ষা বিস্তাৰৰ কাৰণে কাম কৰিছিল। কালক্ৰমত সমাজ ব্যৱস্থাৰ পৰিবৰ্তনৰ লগে লগে এই প্ৰথাও ক্ৰমে নাইকীয়া হৈ আহিবলৈ ধৰিলে।

১৮২৮ চনত পাটকাই পৰ্বত পাৰ হৈ অসম প্ৰবেশ কৰা প্ৰতাপী আহোম সকলে অসম ৰাজ্যত প্ৰায় ৬০০ বছৰ ৰাজত্ব কৰিছিল। আহোম সকলৰ ৰাজত্ব কালত নিম্ন বা উচ্চ স্তৰত সংগঠিত কোনো শিক্ষা ব্যৱস্থা নাছিল যদিও দেওধাই, বাইলুং, মোহন এই তিনি পুৰোহিত শ্ৰেণীৰ লোকৰ দ্বাৰা ৰাজ্যত সীমিত ভাৱে ধৰ্মীয় শিক্ষাৰ প্ৰসাৰ হোৱা দেখা গৈছিল। তদুপৰি কিছু সংখ্যক বিদ্যাৰ্থীয়ে যাতায়াতৰ ভয়ানক অসুবিধা স্বত্বেও সুদূৰ নদীয়া, বাৰানসী আদিলৈ গৈ সংস্কৃত শিক্ষা লাভ কৰিছিল। এই ছাত্ৰসকলে শিক্ষাৰ অন্তত দেশলৈ উভতি আহি অসমত টোল পাতি সংস্কৃত শিক্ষাপ্ৰচাৰৰ ব্যৱস্থা কৰিছিল। ১৮২৬ চনত ইংৰাজ সকলে এই দেশ অধিকাৰ কৰাৰ সময়ত মুঠতে চাৰি প্ৰকাৰৰ শিক্ষানুষ্ঠানে অসমত শিক্ষাবিস্তাৰৰ কাৰ্য্যত ৰত আছিল। যেনে :—

(ক) হিন্দুসকলৰ 'পাঠশালা'
(খ) মুছলমানসকলৰ 'মাদ্ৰাচা' আৰু 'মকতাব'
(গ) ব্ৰাহ্মণসকলৰ 'টোল'
(ঘ) বৈষ্ণৱসকলৰ 'সত্ৰ'।



হিন্দু আৰু মুছলমান সম্প্ৰদায়ৰ লোকৰ মাজত "পাঠশালা" আৰু "মাদ্ৰাছা" মকতাববোৰে শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত যথেষ্ট অৰিহণা যোগাইছিল। "টোল"বোৰ স্থাপিত হৈছিল সংস্কৃত শিক্ষাৰ কাৰণে।

মহাপুৰুষ শঙ্কৰদেৱ আৰু মাধৱদেৱৰ দ্বাৰা প্ৰচাৰিত নাম ধৰ্মৰ স্নায়ু কেন্দ্ৰ 'সত্ৰ' বোৰ শিক্ষাৰ কেন্দ্ৰত পৰিণত হৈছিল। আহোম ৰজা সকলে মাটিবাৰী দান কৰি এই সত্ৰবোৰক পৰোক্ষ ভাবে জনসাধাৰণৰ মাজত শিক্ষাকাৰ্য্য চলোৱাত উদগণি দিছিল। আনহাতে এই সত্ৰবোৰে পুৰণি আপুৰুগীয়া পুথি সংগ্ৰহ কৰি, থলুৱা নৃত্য গীতৰ চৰ্চা কৰি, ভাওনা সবাহৰ মাধ্যমত অশিক্ষিত ৰাইজৰ মাজত নানা ভাবে শিক্ষাৰ পোহৰ বিতৰণ কৰাত বৰঙণি যোগাইছিল। সেইদৰেই মুছলমান ধৰ্মী লোকৰ মাজত মছজিদবোৰে শিক্ষা প্ৰচাৰ আৰু নৈতিক চৰিত্ৰ গঠনত অৰিহণা যোগাইছিল। বৈষ্ণৱ আন্দোলনৰ সময়ত গাৱেঁ গাৱেঁ স্থাপিত হোৱা নামঘৰবোৰেও শিক্ষা প্ৰচাৰত যথেষ্ট অবদান যোগাইছিল। স্বৰ্গীয় বানীকান্ত কাকতি দেৱৰ ভাষাত "প্ৰতিটো নাম ঘৰেই গাৱঁলীয়া অঞ্চলত একোখন সংসদ, বিচাৰালয়, বিদ্যালয়, আৰু গীৰ্জাৰ দৰে কাৰ্য্যপৰিচালনা কৰিছিল"। ইয়াৰ বাহিৰেও বিভিন্ন ঠাইত প্ৰতিষ্ঠিত মঠ মন্দিৰ, ৰাজহুৱা মেলা, উছৱ বিলাকেও সৰ্বসাধাৰণ ৰাইজৰ মাজত পৰোক্ষ ভাৱে শিক্ষা বিস্তাৰ কৰিছিল। অৱশ্যে সেই সময়ত প্ৰাথমিক শিক্ষাই ৰাইজৰ মাজত বিস্তৃতি লাভ কৰা নাছিল গতিকে এনে ক্ষেত্ৰত ৰাষ্ট্ৰৰ দায়িত্ব আৰু অনুদানৰ কথাও কোনেও উপলব্ধি কৰা নাছিল। দ্বিতীয়তে প্ৰাথমিক শিক্ষাৰ লগত যে দেশৰ সৰ্বতোপ্ৰকাৰৰ প্ৰগতি জড়িত হৈ আছে সেইকথা সৰ্বসাধাৰণ ৰাইজে অনুভব কৰিব নোৱাৰাৰ কাৰণে এই শিক্ষাক বাধ্যতামূলক কৰাৰ প্ৰশ্নও তেতিয়া উঠা নাছিল।

## কোম্পানীৰ আমোলত প্ৰাথমিক শিক্ষা (**Primary Education during Company's Rule**) :

১৮২৬ চনত অসম কোম্পানীৰ শাসনৰ তললৈ আহিল। ডেভিড স্কট অসমলৈ আহিয়েই থলুৱা শিক্ষানুষ্ঠানবোৰৰ সংখ্যা বৃদ্ধি আৰু উন্নতি কৰণত মনোযোগ দিবলৈ মনস্থ কৰিলে। ইয়াক কাৰ্য্যত পৰিণত কৰিবলৈ তেওঁ কোম্পানীৰ পৰা উজনি আৰু নামনিত ১১ খন স্কুল স্থাপনৰ অনুমতি আদায় কৰিছিল। ১৮৩৮ চনত গুৱাহাটীৰ ভাৰপ্ৰাপ্ত কালেক্টৰ মেথিউ চাহাবেও পৰগণা

স্কুলৰ আঁচনি প্ৰস্তুত কৰি কোম্পানীক দাখিল কৰিছিল। এই আঁচনি মতে তেওঁ দেশীয় স্কুলবোৰৰ পুনৰ সংস্কাৰ সাধন কৰি, সেইবোৰৰ পৰিচালনাৰ ভাৰ স্থানীয় লোকৰ হাতত অৰ্পণ কৰিবলৈ আৰু কামৰূপত এখন Anglo-vernacular স্কুল স্থাপন কৰিবলৈ বিচাৰিছিল। সেই সময়ত কোম্পানীৰ ৰবমূৰীয়া সকলে শিক্ষাৰ ক্ষেত্ৰত "নিম্ন পৰিস্ৰাৱণ নীতি" ( Downward) Filtration theory ) অনুসৰণ কৰাত মেথিউ চাহবৰ সেই আঁচনিয়ে কোম্পানীৰ অনুমোদন নাপালে।

আগতে কৈ অহা হৈছে যে ইষ্ট ইণ্ডিয়া কোম্পানীৰ লগে লগে অসমলৈ আগমণ ঘটিছিল বিদেশী মিছনাৰী সকলৰ। বিশেষকৈ আমেৰিকান বেপ্টিষ্ট আৰু ৱেলচ্ মিছনাৰী সকলে অসমীয়া মানুহৰ মাজত প্ৰাথমিক শিক্ষাদনাৰ দায়িত্ব গ্ৰহণ কৰিছিল। পৰ্বত ভৈয়ামৰ ভিতৰুৱা অঞ্চলবোৰত স্কুল পাতি মাতৃ ভাষা অসমীয়াতে প্ৰাথমিক শিক্ষাদান কৰাত আমেৰিকান বেপ্টিষ্ট মিছনাৰী সকলে আত্মনিয়োগ কৰিছিল।

**১৮৫৪ চনৰ উডৰ নিৰ্দেশ ঃ**

ইয়াৰ পাছত ১৮৫৪ চনৰ উডৰ নিৰ্দেশনামাই ভাৰতীয় জনসাধাৰণৰ মাজত প্ৰাথমিক শিক্ষাদান কৰাৰ দায়িত্ব চৰকাৰে লোৱাৰ পৰামৰ্শ আগবঢ়ায়। দ্বিতীয়তে, উডৰ নিৰ্দেশ নামাৰ আন এটি পৰামৰ্শ হ'ল সহায়ক অনুদানৰ বিষয়টো। ইয়াৰ ফলত অন্যান্য প্ৰদেশৰ দৰে অসমতো চৰকাৰী অৰ্থ সাহায্য পাই কিছু সংখ্যক প্ৰাথমিক স্কুল গঢ় লৈ উঠিছিল।

**১৮৮২ চনৰ শিক্ষা আয়োগ ঃ**

১৮৮২ চনৰ হাণ্টাৰ আয়োগে ভাৰতৰ প্ৰাথমিক শিক্ষাৰ প্ৰশাসন ব্যৱস্থা, পাঠ্যক্ৰম অৰ্থ সাহায্য, শিক্ষক প্ৰশিক্ষণ সম্পৰ্কে কিছুমান কাৰ্য্যকৰী পৰামৰ্শ আগবঢ়ায়। এই আয়োগে প্ৰাথমিক শিক্ষা পৰিচালনাৰ পৰা চৰকাৰক অব্যাহতি দিয়াৰ আৰু চৰকাৰৰ ঠাইত মিউনিচিপেলিটি আৰু লোকেল বোৰ্ডক প্ৰাথমিক স্কুল পৰিচালনাৰ দায়িত্ব লোৱাৰ পৰামৰ্শ আগবঢ়াইছিল। আয়োগৰ মতে প্ৰাদেশিক চৰকাৰতকৈ স্থানীয়ভাৱে গঠিত হোৱা লোকেলবোৰ্ড আৰু মিউনিছিপেলিটিয়ে প্ৰাথমিক শিক্ষা সম্প্ৰসাৰণত অধিক মনোযোগ দিব আৰু এনেবোৰ স্কুলৰ সুপৰিচালনাৰ কাৰণে তত্ত্বাৱধান লব পাৰিব। আয়োগৰ আন এটি উল্লেখযোগ্য পৰামৰ্শ হ'ল পৰীক্ষাৰ ফলাফলৰ ওপৰত দিয়া অনুদান ব্যৱস্থা। ( Payment by result system )।



ওপৰোক্ত পৰামৰ্শবোৰৰ ফলত অসমত প্ৰাথমিক শিক্ষা বিস্তাৰৰ যথেষ্ট বাধাৰ সৃষ্টি হৈছিল। কাৰণ—

(১) ১৮৮২ চনৰ পাছত অসমত লোকেলবোৰ্ড সংগঠন কৰা হৈছিল যদিও এইবোৰে আলিবাট তৈয়াৰী কৰা, পানীৰ যোগান ধৰা ইত্যাদি কামতে অধিক মনোনিবেশ কৰিছিল।

(২) চৰকাৰে লোকেলবোৰ্ডৰ পুঁজি টনকিয়াল কৰিবলৈ কোনো উল্লেখযোগ্য সাহায্য আগবঢ়োৱা নাছিল।

(৩) কেন্দ্ৰীয় চৰকাৰেও প্ৰাদেশিক চৰকাৰবোৰক শিক্ষা বিস্তাৰৰ কাৰণে কোনো অৰ্থ সাহায্য দিয়া নাছিল।

(৪) লোকেলবোৰ্ডবোৰেও ৰাইজৰ অপ্ৰিয় ভাজন হোৱাৰ ভয়ত ৰাইজৰ ওপৰত কৰ-কাটল লগাই নিজৰ আৰ্থিক অৱস্থা উন্নত কৰিবলৈ চেষ্টা কৰা নাছিল।

(৫) লোকেলবোৰ্ড সমূহৰ শিক্ষা পৰিচালনাৰ অভিজ্ঞতা অলপো নাছিল।

**কাৰ্জনৰ প্ৰচেষ্টা ঃ**

লৰ্ড কাৰ্জনে ১৮৯৯ চনত গৰ্ভনৰ জেনেৰেল হিচাপে কাৰ্য্যভাৰ গ্ৰহণকৰাৰ পাছত প্ৰাথমিক শিক্ষাৰ গুণগত আৰু পৰিমাণগত উন্নতিৰ কাৰণে কেইটিমান কাৰ্য্যপন্থা হাতত লৈছিল। প্ৰাথমিক শিক্ষাৰ বিস্তাৰ আৰু উন্নতিৰ কাৰণে তেওঁ বৰ্দ্ধিত হাৰত অৰ্থ মঞ্জুৰী প্ৰদান কৰে। লোকেলবোৰ্ড আৰু মিউনিছিপেলিটিক পূৰ্বে দিয়া এক তৃতীয়াংশ অৰ্থ সাহায্য লৰ্ড কাৰ্জনে অৰ্দ্ধাংশলৈ বঢ়ায়। ইয়াৰ উপৰিয়ো ফলাফল অনুযায়ী দিয়া চৰকাৰী অনুদান (Payment by result system) প্ৰথা উঠাই তাৰ ঠাইত বিজ্ঞান সন্মত আন এটি প্ৰথা প্ৰবৰ্তন কৰে। ইয়াৰ ফল স্বৰূপে অসমত প্ৰাথমিক স্কুলৰ কিছু উন্নতি পৰিলক্ষিত হৈছিল। তলৰ পৰিসংখ্যাৰ পৰাই এই কথাৰ প্ৰমাণ পোৱা যায়।

| | স্কুলৰ সংখ্যা | ছাত্ৰ সংখ্যা |
|---|---|---|
| ১৯০৬—০৭ | ৩৩ ৪৮ | ১১৪, ৮১৪ |
| ১৯০৭—০৮ | ৪২ ২৬ | ১৪৭, ৮০৫ |
| ১৯০৮—০৯ | ৩৫ ৬৮ | ১২৮, ৮৭৯ |
| ১৯০৯—১০ | ৩৫ ৯৩ | ১৩৭, ৬০৭ |
| ১৯১৯—১১ | ৩৬ ৫৮ | ১৩৬, ৫২৭ |
| ১৯১১—১২ | ৩৭ ১১ | ১৪৮, ৯৮৭ |

উল্লেখযোগ্য যে ১৯০৫ চনৰ পৰা অসম প্ৰদেশ পূৰ্ববঙ্গৰ লগত চামিল হৈ আছিল। ওপৰৰ পৰিসংখ্যাৰ পৰাই ১৯০৭-০৮ চনৰ পৰা ১৯১১-১২ চনলৈ অসমৰ প্ৰাথমিক স্কুল আৰু ছাত্ৰ সংখ্যাৰ হ্ৰাস বৃদ্ধিৰ এটি আভাস পোৱা যায়।

বৰ্তমান শতিকাৰ আৰম্ভনীৰ লগে লগে ভাৰতীয় ৰাইজৰ মাজত শিক্ষাৰ বিষয়ত এক নব জাগৰণৰ সৃষ্টি হোৱা দেখা গৈছিল। জাতিয়তাবাদী নেতা-সকলে বিশাল ভাৰতবৰ্ষৰ অগণন জনতাক বাধ্যতামূলক প্ৰাথমিক শিক্ষা দিয়াৰ প্ৰয়োজনীয়তা অনুভৱ কৰিছিল। বৰোদাৰ গাইকোৰেও নিজ ৰাজ্যত পৰীক্ষামূলকভাবে বিনামূলীয়া প্ৰাথমিক শিক্ষা প্ৰচলন কৰিছিল। এই সময়ত ১৯১০ চনত ইম্পিৰিয়েল লেজিচ লেটিভ কাউন্সিলৰৰ এজন সদস্য হিচাবে মিঃ গোপালকৃত গোখেলেই বিনামূলীয়া আৰু বাধ্যতামূলক প্ৰাথমিক শিক্ষা প্ৰচলনৰ কাৰণে কাউন্সিলত প্ৰস্তাব আগবঢ়াইছিল। কিন্তু দুৰ্ভাগ্যবশতঃ একাধিকবাৰ এই প্ৰস্তাৱ উপস্থাপন কৰিও সদস্যবৰ্গৰ পৰা কম ভোট পাই প্ৰস্তাবটি গৃহীত নহল। প্ৰস্তাব গৃহীত নহলেও এই ঘটনাই ভাৰতীয় জন-সাধাৰণক প্ৰাথমিক শিক্ষাৰ প্ৰয়োজনীয়তাৰ প্ৰতি অধিক আগ্ৰহশীল কৰি তুলিছিল। ১৯১৯ চনৰ ভাৰত আইন অনুযায়ী ( Govt. of India Aet of 1919 ) শিক্ষা বিষয়টো প্ৰাদেশিক চৰকাৰৰ অধীনলৈ আহিল আৰু তেতিয়াৰে পৰা বিভিন্ন প্ৰদেশত বাধ্যতামূলক প্ৰাথমিক শিক্ষা আইন পাছ কৰা হৈছিল। ১৯২৬ চনত অসমতো পৰ্য্যায়ক্ৰমে বাধ্যতামূলক প্ৰাথমিক শিক্ষা প্ৰচলনৰ কাৰণে প্ৰথম প্ৰাথমিক শিক্ষা আইন পাছ কৰা হৈছিল।

অসমতো এই ক্ষেত্ৰত কিছু সচেতনতা দেখা গৈছিল। ১৯১৭-১৮ চনৰ পৰা ১৯২০-২২ চনৰ ভিতৰত অসমত মুঠ প্ৰাথমিক স্কুলৰ সংখ্যা ৪১১৭ৰ পৰা ৪২৯৮ লৈ বৃদ্ধি পাইছিল। কিন্তু ছাত্ৰ সংখ্যা ১৮১৮০৮ৰ পৰা ১৬৯,১৫১ লৈ হ্ৰাস পাইছিল। ছাত্ৰ সংখ্যা হ্ৰাস পোৱাৰ গুৰিতে আছিল ১৯২১ চনৰ অসহযোগ আন্দোলনৰ প্ৰভাব।

## অসমৰ প্ৰাথমিক শিক্ষা আইন ১৯২৬ ( Primary Education Act of Assam, 1926 ) ঃ

এই আইনৰ মূল দফাবোৰ হ'ল—

(১) কোনো স্থানীয় কৰ্তৃপক্ষই এখন সভাত দুই তৃতীয়াংশ ভোটৰ সমৰ্থন সাপেক্ষে নিজ নিজ ঠাইত বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ ব্যৱস্থা কৰিব।



(২) ৬-১১ বছৰলৈ ল'ৰা-ছোৱালীৰ শিক্ষা বাধ্যতামূলক কৰা হ'ব।

(৩) স্থানীয় কৰ্তৃপক্ষই প্ৰাথমিক শিক্ষাত তেওঁলোকৰ বৰ্তমানৰ কৰা খৰছ ৰাজ্য চৰকাৰৰ খৰচ আৰু প্ৰয়োজন হোৱা ওপৰঞ্চি টকাৰ হিচাব দেখুৱাই এখন আঁচনি তৈয়াৰ কৰি চৰকাৰক দাখিল কৰিব।

(৪) স্থানীয় কৰ্তৃপক্ষই আঁচনি দিয়াত ব্যৰ্থ হলে চৰকাৰে বিহিত ব্যৱস্থা লব পাৰিব।

(৫) স্থানীয় কৰ্তৃপক্ষই প্ৰয়োজন হলে শিক্ষা কৰ ( Education cess ) ধাৰ্য্য কৰিব পাৰিব।

(৬) স্থানীয় কৰ্তৃপক্ষই পৰিচালনা কৰা বা সহায় কৰা স্বীকৃত স্কুলৰ ল'ৰা-ছোৱালীৰ শিক্ষা মাচুল লব নোৱাৰিব।

(৭) শিক্ষাকমিটিৰ অনুমোদন সাপেক্ষে অভাৱগ্ৰস্ত পৰিয়ালৰ লৰা-ছোৱালীক কিতাপপত্ৰ, কাগজ, কলম আদি দিয়াৰ ব্যৱস্থা কৰিব।

(৮) স্থানীয় কৰ্তৃপক্ষ আৰু শিক্ষা কমিটি এই আইনৰ কাৰ্য্যকাৰিতাৰ বাবে দায়ী হ'ব।

(৯) স্থানীয় কৰ্তৃপক্ষই মাক-বাপেকক লৰা-ছোৱালী স্কুললৈ পঠাবলৈ জোৰ কৰিব পাৰিব।

(১০) চৰকাৰে বিবেচনা কৰিলে কোনো অঞ্চলৰ কোনো সম্প্ৰদায়ৰ লৰা-ছোৱালীক বাধ্যতামূলক ভাবে প্ৰাথমিক শিক্ষা লোৱাৰ পৰা বাদ দিব পাৰিব।

এই প্ৰাথমিক শিক্ষা আইনখন চৰকাৰে গ্ৰহণ কৰিলে যদিও ই অসমত কাৰ্য্যকৰী নহল। কাৰণ—

(১) কোনো স্থানীয় কৰ্তৃপক্ষৰে প্ৰাথমিক শিক্ষাৰ কাৰণে এক তৃতীয়াংশ খৰছ বহন কৰিবৰ সম্বল নাছিল।

(২) স্থানীয় কৰ্তৃপক্ষৰ কাৰণে প্ৰাথমিক শিক্ষা বাধ্যতামূলক কৰাৰ গুৰু দায়িত্ব অকলে সম্পাদন কৰাটো কঠিন আছিল।

(৩) ৰাইজৰ মাজত অসন্তোষ ভাবৰ সৃষ্টি হয় বুলি স্থানীয় কৰ্তৃপক্ষই কোনো কৰ-কাটল লগোৱা নাছিল।

(৪) অভিভাবক সকলক ল'ৰা-ছোৱালী স্কুললৈ পঠিয়াবলৈকো কৰ্তৃপক্ষই জোৰ কৰিব পৰা নাছিল।

(৫) সৰ্বোপৰি আৰ্থিক অনাটন আছিল স্থানীয় কৰ্তৃপক্ষৰ প্ৰধান সমস্যা।

১৯৩৭ চনত মহাত্মাগান্ধীয়ে তেওঁৰ বুনিয়াদী শিক্ষাৰ আঁচনিখন দেশবাসীৰ আগত ডাঙি ধৰিছিল। বাৰ্দ্ধাত অনুষ্ঠিত শিক্ষা সন্মিলনেও বুনিয়াদী শিক্ষাক ভাৰতৰ জাতীয় শিক্ষাৰূপে গ্ৰহণ কৰে। সেইবাবে ইয়াক বাৰ্দ্ধা পৰিকল্পনা ( Wardha scheme ) বুলি জনা যায়। এই আঁচনিৰ প্ৰধান বৈশিষ্ট হ'ল—

(১) সাত বছৰ বিয়পা অবৈতনিক আৰু বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ প্ৰচলন।

(২) মাতৃভাষাক শিক্ষাৰ মাধ্যম ৰূপে গ্ৰহণ।

(৩) সমগ্ৰ শিক্ষাকে শিল্পকেন্দ্ৰিকৰণ।

(৪) উৎপাদনমূলক কামৰ দ্বাৰা শিশুৰ মানসিক শক্তিৰ বিকাশকৰণ।

(৫) স্কুলৰ হস্ত শিল্পৰ উৎপাদনৰ পৰা আৰ্থিক বিষয়ত কিছু পৰিমাণে স্বাৱলম্বী হোৱা ইত্যাদি।

অন্যান্য প্ৰদেশৰ লগতে অসমেও বুনিয়াদী শিক্ষাৰ আঁচনি নীতিগত ভাৱে গ্ৰহণ কৰিছিল যদিও অসমত কংগ্ৰেছ মন্ত্ৰীসভা গঠনত পলম হোৱাৰ গতিকে বুনিয়াদী শিক্ষাক কাৰ্য্যকৰী কৰাটো সম্ভৱপৰ নহল। দেশ স্বাধীন হোৱাৰ থিক পিছতে ১৯৪৭ চনত অসমৰ দ্বিতীয় বাধ্যতামূলক প্ৰাথমিক শিক্ষা আইন-খন গৃহীত হয়। কিন্তু এই আইনখন সামগ্ৰিক ভাবে নকৰি আংশিক ভাবেহে অসমত প্ৰবৰ্তন কৰা হৈছিল। ইয়াৰ পাছত ১৯৫৪ চনত সৰ্বভাৰতীয় প্ৰাথমিক শিক্ষাৰ ভেটিত অসমত বুনিয়াদী শিক্ষা আইন পাছ কৰা হয়।

## অসমত বুনিয়াদী শিক্ষা আইন ১৯৫৪ ( Basic Education Act of Assam, 1954 ) ঃ

এই আইনৰ প্ৰধান দফাবোৰ হ'ল—

(১) এই আইন সমগ্ৰ অসমতে প্ৰযোজ্য হ'ব।

(২) অসম চৰকাৰে গেজেটত দিয়া জাননীৰ পৰাই ই বলবৎ হ'ব।

(৩) বুনিয়াদী শিক্ষা সংগঠনৰ কাৰণে এখন ৰাজ্যিক শিক্ষাবোৰ্ড নিম্নোক্ত সকলেৰে গঠিত হ'ব।

(ক) শিক্ষামন্ত্ৰী—সভাপতি।

(খ) শিক্ষা অধিকৰ্তা—উপ-সভাপতি।

(গ) বিধান সভাৰ পাচ-গৰাকী নিৰ্বাচিত সদস্য।



(ঘ) চৰকাৰে বাচি দিয়া সচিব।

(ঙ) স্কুল পৰিদৰ্শক আৰু পৰিদৰ্শিকা।

(চ) এজন প্ৰধান শিক্ষক।

(ছ) এজন বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ অধ্যক্ষ আৰু নৰ্মাল স্কুলৰ অধীক্ষক।

(জ) স্কুলৰ ডেপুটি ইন্সপেক্টৰ দুজন।

(ঝ) গুৱাহাটী বিশ্ববিদ্যালয়ৰ শিক্ষক প্ৰশিক্ষণ বিভাগৰ মূৰব্বী নাইবা বিশ্ববিদ্যালয়ে বাচি দিয়া আন সদস্য।

(ঞ) তিনিজন শিক্ষাবিদ, তাৰে এগৰাকী মহিলা।

(৪) বিভিন্ন অঞ্চলত একোখনকৈ আঞ্চলিক শিক্ষাবোৰ্ড গঠিত কৰা হ'ব।

(৫) ৰাজ্যিক উপদেষ্টা বোৰ্ডৰ প্ৰধান কামবোৰ হ'ল—

(ক) স্কুলবোৰ্ডবোৰক ভালকৈ কাম সংগঠন আৰু পৰিচালনা কৰিবৰ কাৰণে উপদেশ দিয়া।

(খ) স্কুল বোৰ্ডলৈ অনুদান দিয়া।

(গ) বুনিয়াদী স্কুলৰ শিক্ষকসকলক নিযুক্তি দিয়া আৰু কাম কৰা সম্পৰ্কে নিয়ম বান্ধি দিয়া।

(ঘ) বুনিয়াদী স্কুলৰ শিক্ষকক প্ৰশিক্ষণ দিয়া।

(ঙ) পাঠ্যক্ৰম নিৰ্বাচন কৰা।

(চ) পাঠ্যতালিকা প্ৰস্তুত কৰা আৰু সময় নিৰ্দ্ধাৰণ কৰা।

(ছ) বুনিয়াদী স্কুলৰ পাঠ্যপুথি নিৰ্বাচন, প্ৰস্তুতি আৰু প্ৰকাশ কৰা।

(জ) ল'ৰা-ছোৱালীৰ ডাক্তৰী পৰীক্ষা কৰোৱা।

(৬) এই আইনমতে বুনিয়াদী স্কুলৰ অন্তৰ্ভুক্ত কৰিবলগীয়া স্কুলবোৰ হ'ল—

(ক) সকলো চৰকাৰী মজলীয়া স্কুল।

(খ) স্থানীয় কৰ্তৃপক্ষৰ দ্বাৰা পৰিচালিত সকলো মজলীয়া স্কুল।

(গ) অসম প্ৰাথমিক শিক্ষা আইন ১৯৪৭ অনুসৰি স্বীকৃতি হোৱা সকলো স্কুল।

(ঘ) বুনিয়াদী শিক্ষা বিভাগৰ অধীনস্থ সকলো বুনিয়াদী স্কুল।

(ঙ) স্কুলবোৰ্ডে স্বীকৃতি দিব খোজা সকলো স্কুল।

(৭) চৰকাৰে নিৰ্দেশ দিয়া কোনো নিৰ্দিষ্ট স্তৰলৈ শিক্ষা মাচুল লোৱা নহয়।

(৮) ৰাজ্যচৰকাৰে গেজেটত জাননী দি কোনো অঞ্চলত বাধ্যতামূলক প্ৰাথমিক শিক্ষা আৰম্ভ কৰিব পাৰিব আৰু তাৰ বাবে স্কুলবোৰ্ডও স্থাপন কৰিব পাৰিব।

(৯) কোনো বিশেষ কাৰণত অভিভাবকে ল'ৰা-ছোৱালীক স্কুললৈ পঠাব নোৱাৰিলে আৰু স্কুলবোৰ্ডে সেইটো কাৰণত পতিয়ন গলে ল'ৰা-ছোৱালীক বাধ্যতামূলক উপস্থিতিৰ পৰা ৰেহাই দিব পাৰিব।

(১০) কোনো অভিভাবকে স্কুলৰ সময়ত ল'ৰা-ছোৱালীক অন্য কামত লগাব নোৱাৰিব।

(১১) এই আইন কাৰ্য্যকৰী কৰিবৰ কাৰণে চৰকাৰে প্ৰয়োজন হলে স্থানীয় ভাবে শিক্ষা কৰ লগাব পাৰিব।

(১২) কোনো অভিভাবক এই আইনৰ বিপৰীতে গলে চৰকাৰে শাস্তিমূলক ব্যৱস্থা ল'ব পাৰিব।

এই আইনৰ সহায়েৰে অসম চৰকাৰে প্ৰাথমিক স্কুলৰ সাংগঠনিক দিশৰ পৰিবৰ্তন সাধন কৰিবলৈ প্ৰচেষ্টা চলায় আৰু বহু সংখ্যক প্ৰাথমিক স্কুল বুনিয়াদী স্কুললৈ ৰূপান্তৰিত কৰে। ১৯৫৫ চনত অসমত ৰাজ্যিক শিক্ষাবোৰ্ড এখন গঠন কৰা হয় আৰু লগে লগে আঞ্চলিক স্কুলবোৰ্ড বোৰকো সংগঠিত কৰা হয়। ইয়াৰ উপৰিও ১৯ টা বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ স্থাপিত কৰি নতুন পদ্ধতিৰে শিক্ষা দিবলৈ প্ৰচেষ্টা কৰা হৈছিল।

পঞ্চবাৰ্ষিকী পৰিকল্পনাটো বুনিয়াদী শিক্ষাৰ প্ৰসাৰত যথেষ্ট প্ৰাধান্য দিয়া দেখা গৈছিল আৰু বুনিয়াদী স্কুললৈ ৰূপান্তৰিত কৰা স্কুলবোৰত সুতাকটা, শাকপাচলিৰ বাগিছা কৰা, বাহবেতৰ কাম কৰা, কাঠৰ কাম কৰা ইত্যাদি বিষয়বোৰ বুনিয়াদী স্কুলত শিকোৱাৰ ব্যৱস্থা কৰা হৈছিল। চাফাই কাম, ৰন্ধাবঢ়া ইত্যাদি কামৰ দ্বাৰাও ল'ৰা-ছোৱালীক আত্মনিৰ্ভৰশীলতাৰ শিক্ষা দিবৰ বাবে যত্ন কৰা হৈছিল। কিন্তু দুৰ্ভাগ্যৰ বিষয় অসমত এই শিক্ষাৰ আঁচনি ফলবতী নহল। ইয়াৰ প্ৰধান কাৰণবোৰ হ'ল—

(১) এই আঁচনিয়ে ৰাইজৰ অকুণ্ঠ সহযোগ লাভ কৰাত ব্যৰ্থ হৈছিল। তেওঁলোকে নতুন আঁচনিৰ প্ৰতি কোনো আগ্ৰহ প্ৰদৰ্শন কৰা দেখা নগৈছিল।



(২) বৃত্তিপ্ৰধান শিক্ষাই ছাত্ৰৰ সৃজনী শক্তি ব্যাহত কৰিব বুলি বহুতেই ধাৰণা কৰিছিল। গতিকে উচ্চ শিক্ষা লাভত এনে শিক্ষাই অন্তৰায়ৰ সৃষ্টি কৰিব বুলি ধাৰণা ভাবিছিল।

(৩) পুথিগত জ্ঞানৰ প্ৰতিহে ৰাইজৰ ধাউতি বেছি আছিল।

(৪) বুনিয়াদী শিক্ষাৰ সাফল্য বহুলাংশে নিৰ্ভৰ কৰে প্ৰশিক্ষণ প্ৰাপ্ত শিক্ষকৰ ওপৰত। অসমত সুযোগ্য আৰু উপযুক্ত প্ৰশিক্ষণ প্ৰাপ্ত শিক্ষকৰ অভাবতো বুনিয়াদী শিক্ষাৰ আঁচনি ফলবতী হ'ব পৰা নাছিল।

(৫) এই শিক্ষা পদ্ধতিত ইংৰাজীৰ কোনো স্থান নাছিল। গতিকে ভৱিষ্যতে শিক্ষাৰ্থীয়ে উচ্চ শিক্ষা লাভ কৰাত ই বাধাৰূপে থিয় দিব বুলি বহুতেই বিশ্বাস কৰিছিল।

(৬) শিশু কেন্দ্ৰিক বুনিয়াদী শিক্ষাৰ কাৰণে প্ৰয়োজনীয় আহিলা পাতিৰ অভাবো এই আঁচনিৰ ব্যৰ্থতাৰ আন এটি কাৰণ।

(৭) সৰ্বসাধাৰণ প্ৰাথমিক স্কুল বুনিয়াদী স্কুললৈ ৰূপান্তৰিত কৰাত বহু অৰ্থৰ প্ৰয়োজন হয়। কিছু পৰিমাণে অৰ্থৰ অভাবতো বুনিয়াদী শিক্ষাৰ আঁচনি ব্যাপকভাবে প্ৰচলন কৰিব পৰা হোৱা নাছিল।

১৯৫৪ চনৰ পৰা ১৯৫৯ চনলৈ সৰ্বসাধাৰণ প্ৰাথমিক স্কুল আৰু বুনিয়াদী স্কুল আৰু তাৰ ছাত্ৰ সংখ্যা কেনেকৈ বাঢ়িছিল তাক তলৰ সাৰনীৰ পৰাই অনুমান কৰিব পাৰি।

| ১৯৫৩-৫৪ | ১৯৫৮-৫৯ |
|---|---|
| প্ৰাথমিক স্কুল—১২৫৬৫<br>ছাত্ৰ সংখ্যা—৭১১৭৪৬ | প্ৰাথমিক স্কুল—১৪৯৪০<br>ছাত্ৰ সংখ্যা—৯৫০৭৩৫ |
| বুনিয়াদী স্কুল—৫০৫<br>ছাত্ৰ সংখ্যা—৩৬৩০৭ | বুনিয়াদী স্কুল—২২৬৯<br>ছাত্ৰ সংখ্যা—২০৮২৫৯ |

১৯৫৪ চনৰ বুনিয়াদী শিক্ষা আইনে বাধ্যতামূলক প্ৰাথমিক শিক্ষা প্ৰবৰ্তন কৰাত ব্যৰ্থ হোৱাৰ গতিকে সেই আইন বাতিল কৰি ১৯৬২ চনত প্ৰাথমিক শিক্ষা আইন প্ৰবৰ্তিত কৰা হয়। এই আইনৰ মূল প্ৰস্তাৱ কেইটি হ'ল—

(১) স্বায়ত্ত শাসিত জিলা কেইখনৰ বাহিৰে সমগ্ৰ অসমতে এই আইন বলবৎ কৰা হ'ব।

(২) স্বায়ত্ব শাসিত জিলা পৰিষদে স্কুল আৰু পাতিব পৰিচালনা কৰিবলৈ ক্ষমতা পাব।

(৩) প্ৰাথমিক শিক্ষাৰ প্ৰসাৰ, পৰিচালনা, শাসন আৰু উন্নতিৰ কাৰণে চৰকাৰক পৰামৰ্শ দিবলৈ প্ৰাথমিক শিক্ষাৰ এখন ৰাজ্যিক শিক্ষাবোৰ্ড ( State Board of Elementary Education ) গঠন কৰা হ'ব।

(৪) ৰাজ্যিক শিক্ষামন্ত্ৰী পৰিষদৰ সভাপতি হ'ব আৰু সহকাৰী শিক্ষা মন্ত্ৰী, যুটিয়া শিক্ষাধিকাৰ, সহকাৰী শিক্ষাধিকাৰ, মনোনীত স্কুল পৰিদৰ্শক বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ অধ্যক্ষ, বিধান সভাৰ সদস্য আৰু অন্যান্য সভ্য সকলেৰে এই পৰিষদ গঠিত হ'ব। সভ্যসকলৰ কাৰ্য্যকাল পাচ বছৰীয়া হ'ব।

(৫) এই আইনমতে চৰকাৰে নিজে চলোৱা বা সাহায্যপ্ৰাপ্ত সকলো এম. ভি., উচ্চ বুনিয়াদী মজলীয়া, মাদ্ৰাছা, প্ৰাইমাৰী আৰু বুনিয়াদী স্কুল সমূহক প্ৰাথমিক স্কুল বুলি ধৰা হ'ব।

(৬) ৰাজ্যিক শিক্ষাবোৰ্ডৰ কাম হ'ব—

(ক) স্থানীয় কৰ্তৃপক্ষক অনুদান দিবৰ কাৰণে নিয়ম প্ৰণয়ন।

(খ) শিক্ষক নিয়োগ আৰু তেওঁলোকৰ চাকৰিৰ নীতি নিয়ম প্ৰণয়ন।

(গ) স্কুলৰ স্বীকৃতিদান, প্ৰসাৰণ, সংযোগ বা সন্মিলন আৰু নতুনকৈ স্থাপিত হোৱা স্কুল সম্পৰ্কে নিয়ম প্ৰণালী নিৰ্দ্ধাৰণ।

(ঘ) এই আইনৰ মূল উদ্দেশ্য পূৰণৰ কাৰণে যি কোনো প্ৰয়োজনীয় কাৰ্য্যপন্থা গ্ৰহণ।

(৭) ৰাজ্যিক পৰিষদে শিক্ষাৰ শিতানত খৰছ কৰিবৰ কাৰণে এটি শিক্ষা-নিধি গঠন কৰিব।

(৮) এই আইন বলবৎ হলে প্ৰাথমিক স্কুলৰ সকলো কৰ্তৃত্ব গাওঁ পঞ্চায়তলৈ হস্তান্তৰিত হ'ব। খণ্ড উন্নয়ন বিষয়াই গাওঁ পঞ্চায়ত আৰু ৰাজ্যিক শিক্ষা পৰিষদৰ মাজত সমন্বয় ৰক্ষা কৰি চলিব।

(৯) প্ৰাথমিক স্কুলৰ প্ৰশাসন, পৰিচালনা, পৰিদৰ্শন আৰু শিক্ষক প্ৰশিক্ষণৰ কতৃ'ত্ব চৰকাৰৰ হাতত থাকিব।

(১০) প্ৰাথমিক স্কুলত কোনো মাছুল লোৱা নহব।

(১১) চৰকাৰে প্ৰয়োজনীয় জাননী দি এটা বিশেষ বয়সলৈকে প্ৰাথমিক শিক্ষা বাধ্যতামূলক কৰিব।



(১২) বাধ্যতামূলক শিক্ষা ৮টা শ্ৰেণীৰ পিছত দিয়া নহব।

(১৩) বাধ্যতামূলক অঞ্চলৰ যি সকল অভিভাবকে ছাত্ৰ-ছাত্ৰীক বিনা কাৰণত স্কুললৈ নপঠায় তেওঁলোকক সৰ্বাধিক ৫০ টকালৈ জৰিমনা দিয়াৰ ব্যৱস্থা থাকিব।

(১৪) এই আইনৰ যোগেদি সকলো চৰকাৰী আৰু বেচৰকাৰী এম. ভি. স্কুল, চৰকাৰী আৰু বুনিয়াদী স্কুল, মাদ্ৰাচা স্কুল বা সকলো চৰকাৰী বেচৰকাৰী সাহায্য প্ৰাপ্ত প্ৰাথমিক বুনিয়াদী স্কুল ইয়াৰ অন্তৰ্ভুক্ত হ'ব।

(১৫) বাধ্যতামূলক প্ৰাথমিক শিক্ষা প্ৰবৰ্তিত কৰা অঞ্চলত চৰকাৰে ল'ৰা-ছোৱালী স্কুললৈ অহাৰ তদাৰক কৰিবৰ কাৰণে উপস্থিতি বিষয়া ( Attendance officer ) নিয়োগ কৰিব পাৰিব।

এই আইনৰ নিৰ্দেশমতে ১৯৬২ চনত অসমত State Board of Elementary Education গঠন কৰা হয়। অসমৰ যুটিয়া শিক্ষা অধিকৰ্তা হ'ল ইয়াৰ পদেন সচিব।

১৯৬২ চনৰ এই আইনত পুৰ্বতে পাচ কৰা আন তিনিখন আইনৰ বহুখিনি প্ৰস্তাব সন্নিৱিষ্ট কৰা হৈছিল। ইয়াত ৰাজ্যিক পৰিষদৰ যোগেদি প্ৰাথমিক শিক্ষাৰ দায়িত্ব সামূহিক ভাৱে গ্ৰহণ কৰা, শিক্ষা পৰিচালনাৰ ক্ষেত্ৰত স্থানীয় কতৃ'পক্ষক কতৃ'ত্ব দিয়া, অষ্টম মান শ্ৰেণীলৈ প্ৰাথমিক শিক্ষাৰ অন্তৰ্ভুক্ত কৰি তাক বিনামূলীয়া কৰা, ছাত্ৰ-ছাত্ৰীক স্কুললৈ পঠিয়াবলৈ অভিভাবকক বাধ্য কৰা ইত্যাদি প্ৰস্তাববোৰ বিশেষভাৱে উল্লেখযোগ্য।

কিন্তু এই প্ৰস্তাববোৰ বাস্তৱত ৰূপায়িত কৰাৰ ক্ষেত্ৰত কিমানডুৰ কাৰ্য্যকৰী ব্যৱস্থা লোৱা হৈছে সেইটো বিচাৰ্য্য। সিযিকি নহওক ১৯৬৮ চনত চৰকাৰে এই আইন সংশোধিত কৰি আৰু ১৯৬২ চনৰ আইনৰ কেইবাটাও দফা সন্নিবিষ্ট কৰি এখন নতুন আইন যুগুত কৰিছিল। কিন্তু আনকেইখন আইনৰ দৰেই কিছুমান অসুবিধা আৰু সমস্যাৰ কাৰণে এই ক্ষেত্ৰত অসমে বিশেষ আগবাঢ়িব পৰা নাই। অৱশ্যে ইতিমধ্যে চৰকাৰে শিক্ষকসকলৰ আৰ্থিক অৱস্থা উন্নত কৰিবলৈ, প্ৰতি ১'৫ কিলোমিটাৰত একোখন প্ৰাথমিক স্কুল আৰু প্ৰতি ৫ কিলোমিটাৰত এখন মজলীয়া স্কুল পাতিবৰ কাৰণে স্থিৰ কৰিছে। সংখ্যাৰ ক্ষেত্ৰতো স্বাধীনতাৰ আগে আগে থকা ৭৩৩৭ খন স্কুলৰ ঠাইত অসমত ১৯৬৩-৬৪ চনত ২২১১০ খন আৰু ১৯৭৩ চনত প্ৰাথমিক স্কুল ২০,০০০ খন হয়গৈ। স্কুলৰ এই সংখ্যা হ্ৰাস হোৱাৰ মূলতে আছিল অসমৰ বিভাজন।

সিযিকি নহওক ১৯৭৪-৭৫ চনৰ কালছোৱাত অসম চৰকাৰে ৬-১০ বছৰৰ সকলো ল'ৰা-ছোৱালীকে স্কুলত ভৰ্তি কৰিবলৈ আঁচনি যুগুত কৰে।

বৰ্তমান অসমত থকা প্ৰাথমিক স্কুল বিলাকক এনে ধৰণে ভাগ কৰিব পাৰি। যেনে—

(ক) চৰকাৰী প্ৰাথমিক স্কুল
(খ) চৰকাৰী নিম্ন বুনিয়াদী স্কুল
(গ) বোৰ্ডৰ অধীনত থকা প্ৰাথমিক আৰু বুনিয়াদী স্কুল
(ঘ) চাহবাগিছাৰ কৰ্তৃপক্ষৰ দ্বাৰা চালিত প্ৰাথমিক স্কুল
(ঙ) বন বিভাগে পৰিচালনা কৰা বিভাগীয় প্ৰাথমিক স্কুল
(চ) কেন্দ্ৰীয় চৰকাৰৰ অধীনত থকা স্কুল যেনে ৰেলকৰ্তৃপক্ষৰ দ্বাৰা নিয়ন্ত্ৰিত স্কুল ইত্যাদি।

**অসমৰ প্ৰাথমিক স্কুল আৰু ছাত্ৰসংখ্যা**

| বছৰ | স্কুল | ছাত্ৰ সংখ্যা |
|---|---|---|
| ১৯৭২—৭৩ | বুনিয়াদী—2407 | 262070 |
| | প্ৰাথমিক—16086 | 1209266 |
| ১৯৭৩—৭৪ | বুনিয়াদী—2407 | 261268 |
| | প্ৰাথমিক—17188 | 1226663 |
| ১৯৭৪—৭৫ | 19745 | 1500794 |

১৯৭১ চনৰ পিয়লমতে অসমৰ মুঠ জনসংখ্যা হ'ল ১৪৬১১৬০৩। ইয়াৰে ৭৬৯৩১৩৮ জন পুৰুষ আৰু ৬৯১৮৪৫৬ গৰাকী মহিলা। কিন্তু দুখৰ বিষয় ইয়াৰ ভিতৰত সাক্ষৰ লোকৰ সংখ্যা ২৮'৮। ইয়াৰ পৰাই আমাৰ ৰাজ্যৰ সাধাৰণ শিক্ষাৰ অৱস্থা কেনে তাক অনুমান কৰিব পাৰি। ৰাজ্যখনৰ উন্নয়নৰ এক বুজন পৰিমাণৰ অংশ শিক্ষা সম্প্ৰসাৰণৰ কাৰ্য্যত ব্যয় কৰা হয় যদিও এতিয়ালৈ আশানুৰূপ ফল লাভ হোৱা নাই এই ক্ষেত্ৰত। অসমৰ প্ৰায় ২২ হেজাৰ গাৱঁৰ ভিতৰত এতিয়াও ২২৫১ খন গাৱঁত প্ৰাথমিক স্কুল নাই, প্ৰায় ৭০০ খনমান স্কুল ভেঞ্চাৰ স্কুল হৈ আছে। ইয়াৰে প্ৰায়খিনি স্কুল চৰকাৰৰ অধীনলৈ আনিবৰ কাৰণে আৰু প্ৰাথমিক স্কুল নোহোৱা ঠাইত ৩৫০ খনমান স্কুল ১৯৭৭—৭৮ চনৰ ভিতৰত পাতিবলৈ অসম চৰকাৰে সিদ্ধান্ত লয়।



বাধ্যতামূলক প্ৰাথমিক শিক্ষাব্যৱস্থাৰ সাফল্যৰ কাৰণেও কিছু ব্যৱস্থা গ্ৰহণ কৰা হয়। তদুপৰি প্ৰাথমিক শিক্ষা সুচাৰুৰূপে পৰিচালনা কৰিবৰ কাৰণে ১৯৭৭-৭৮ চনত ৰাজ্য চৰকাৰে এটা সুকীয়া সঞ্চালকালয় গঠন কৰে আৰু প্ৰাথমিক শিক্ষাৰ প্ৰশাসনীয় দক্ষতা বৃদ্ধিৰ কাৰণে ৰাজ্যৰ চাৰিটা অঞ্চলৰ কাৰণে চাৰিজন যুটিয়া শিক্ষা সঞ্চালক নিযুক্তি দিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰে।

উল্লেখযোগ্য যে ১৯৮৪ চনৰ ভিতৰত সাৰ্বজনীন প্ৰাথমিক শিক্ষাৰ লক্ষ্যত যাতে উপনীত হব পৰা যায় তাৰ কাৰণে কেন্দ্ৰীয় চৰকাৰে ১৯৭৭ চনত এক গুৰুত্বপূৰ্ণ আৰু সময়োপযোগী ব্যৱস্থাৰ কথা ঘোষণা কৰে। এই ব্যৱস্থা মতে প্ৰাথমিক স্কুলত নাম ভৰ্তি তিনি বা চাৰি পৰ্য্যায়ত হব আৰু বাধ্যতামূলকভাবে উপস্থিত নথকাকৈয়ে লৰাছোৱালীক প্ৰাথমিক আৰু মজলীয়া স্কুলৰ প্ৰমাণপত্ৰ পৰীক্ষা দিবলৈ অনুমতি দিয়া হব। প্ৰাথমিক পৰ্য্যায়ত ভৰ্তি হোৱাৰ পাছত কোনো ছাত্ৰ-ছাত্ৰীকে অষ্টম শ্ৰেণী পোৱাৰ আগতে কোনো শ্ৰেণীতে অকৃতকাৰ্য্য কৰা নহব।

১৯৭৭ চনত অসম চৰকাৰে এখন ৰাজ্যিক শিক্ষা উপদেষ্টা বোৰ্ড ( State Advisory Board of Education ) গঠন কৰে। কুৰিজনীয়া সভ্যৰে গঠিত এই বোৰ্ডৰ প্ৰধান কাম হব জাতীয় শিক্ষাৰ আদৰ্শৰ লগত সঙ্গতি ৰাখি চৰকাৰক শিক্ষা সম্পৰ্কে উপদেশ দান কৰা, শিক্ষাৰ সমস্যা সম্পৰ্কে চালিজাৰি চোৱা, শিক্ষাৰ দ্ৰুত উন্নতিৰ কাৰণে কাৰ্য্যকৰী পৰামৰ্শ দান কৰা, আনুষ্ঠানিক শিক্ষাৰ এক অপৰিহাৰ্য্য অঙ্গস্বৰূপে অনানুষ্ঠানিক শিক্ষাৰ ব্যৱস্থা কৰা ইত্যাদি।

## প্ৰাথমিক শিক্ষাৰ সমস্যা ( Problems of Primary Education ):

ভাৰতবৰ্ষৰ অন্যান্য ৰাষ্ট্ৰৰ দৰে অসমৰ প্ৰাথমিক শিক্ষাৰ প্ৰধান সমস্যাবোৰ হ'ল—

**(১) অপচয় আৰু জড়তা ( Wastage and stagnation ):**

প্ৰাথমিক শিক্ষাৰ সমস্যাবোৰৰ ভিতৰত অপচয় আৰু জড়তা হ'ল দুটি প্ৰধান সমস্যা। অধিক সংখ্যক ছাত্ৰ-ছাত্ৰীয়ে স্কুলত ভৰ্তি হৈ প্ৰাথমিক শিক্ষা সমাপ্ত নকৰাকৈয়ে স্কুল এৰি গুছি যায় আৰু অলপ দিনৰ ভিতৰতে নিৰক্ষৰ হৈ পৰে। আন কিছু সংখ্যক ছাত্ৰ পঢ়াত অমনোযোগী আৰু অনিয়মী হোৱাৰ ফলত একেশ্ৰেণীতে একাধিক বছৰ থাকি পিছত স্কুল এৰি দিয়ে।

এনেবোৰ ক্ষেত্ৰত সকলো অৰ্থ, শ্ৰম আৰু সময়ৰ অপব্যয় হোৱা দেখা যায়। ফলত সমস্ত শিক্ষা ব্যৱস্থা নিস্ফল হয় আৰু স্কুলবোৰো অনুপযোগী হৈ পৰে। উদাহৰণ স্বৰূপে—১৯৫১-৫২ৰ পৰা ১৯৫৫-৫৬ ৰ ভিতৰত অসমত লৰাৰ ক্ষেত্ৰত শতকৰা ৭১·৩ আৰু ছোৱালীৰ ক্ষেত্ৰত শতকৰা ৭৮·৬ অপচয় ঘটিছিল।

(২) অভিভাবকৰ নিৰক্ষৰতা আৰু উদাসীনতা (Illiteracy and indifference of parents) ঃ

অনুন্নত গাৱলীয়া অঞ্চলত অভিভাবক নিৰক্ষৰতাৰ কাৰণেই শিক্ষাৰ প্ৰতি তেওঁলোকে উদাসীন মনোভাব গ্ৰহণ কৰা দেখা যায়। তেওঁলোকে নিজৰ ল'ৰা-ছোৱালীক স্কুললৈ পঠোৱাৰ পৰিবৰ্তে ঘৰুৱা আৰু খেতিপথাৰৰ কামত নিয়োগ কৰাটোহে বেচি লাভজনক বুলি বিবেচনা কৰে।

(৩) দৰিদ্ৰতা (Proverty) ঃ

গাৱঁৰ সৰহ সংখ্যক লোকেই কৃষিজীৱি। প্ৰাকৃতিক দুৰ্য্যোগত, পৌৰাণিক কৃষি প্ৰণালী, বৰ্ধিত জনসংখ্যা ইত্যাদিৰ কাৰণে তেওঁলোকে বছৰৰ বেচি ভাগ সময় আৰ্থিক অনাটনত দিন অতিবাহিত কৰে। আৰ্থিক দুৰৱস্থাৰ কাৰণে, সন্তানৰ শিক্ষাৰ উপযোগী সাজ পোছাক, সা-সজুলিৰ যোগান ধৰিব নোৱাৰিলে পিতৃমাতৃৰ মনত শিক্ষাৰ প্ৰতি নিৰুৎসাহৰ সৃষ্টি হয় আৰু এনেদৰেই বহু ল'ৰা-ছোৱালীয়ে অকালতে শিক্ষা সাং কৰিবলৈ বাধ্য হয়।

(৪) অনুপযোগী স্কুল, অনাকৰ্ষণীয় পৰিবেশ (Unsuitable school Unattractive surrounding) ঃ

অসমৰ গাৱেঁ ভূঞে সিঁচৰিত হৈ থকা সৰহ সংখ্যক প্ৰাথমিক স্কুলৰ ঘৰ দুৱাৰৰ অৱস্থা জৰাজীৰ্ণ। অন্যান্য খেলৰ সামগ্ৰী আৰু সা-সৰঞ্জামৰ অৱস্থা অতি দুখলগা। স্কুলবোৰ সংকীৰ্ণ আৰু অস্বাস্থ্যকৰ। তাত পোহৰ বতাহ ভালকৈ নপৰে। এনে স্কুলৰ প্ৰতি সেয়েহে শিশুৱে কোনো আকৰ্ষণ অনুভৱ নকৰে আৰু ক্ৰমে মানসিকভাবে নিৰুৎসাহী হৈ হে পৰা দেখা যায়।

(৫) অৰ্থৰ অনাটন (Lack of Finance) ঃ

অসমৰ প্ৰায়বোৰ প্ৰাথমিক স্কুলেই চৰকাৰৰ সীমিত অৰ্থ সাহায্যৰ কাৰণে যাবতীয় কামকাজ সুচাৰুৰূপে চলাই নিয়াৰ ক্ষেত্ৰত পদে পদে বাধাপ্ৰাপ্ত হয়। গতিকে শিক্ষাপ্ৰণালীৰ উন্নতি বিধান, স্কুলৰ সা-সৰঞ্জাম বৃদ্ধি বা অন্য কোনো উন্নয়নমূলক আঁচনি কাৰ্য্যকৰী কৰি তুলিব নোৱাৰে।



(৬) অনুপযুক্ত পাঠ্যক্ৰম (Unsuitable Curriculum) ঃ

প্ৰাথমিক স্কুলৰ পাঠ্যক্ৰমক জীৱনৰ উপযোগী কৰি তোলাৰ কাৰণে প্ৰচেষ্টাৰ অভাৱ দেখা যায়। হস্তশিল্প সমূহৰ উপযুক্ত প্ৰয়োগৰ প্ৰতি উদাসীনতা আৰু কণ কণ শিশুৰ বাবে সহপাঠ্যক্ৰমৰ কাৰ্য্যসূচীৰ অভাৱ হ'ল এই স্তৰৰ শিক্ষাৰ এটি লেখত লবলগীয়া সমস্যা।

(৭) কুসংস্কাৰ আৰু অনুন্নয়ন (Superstition and backwardness) ঃ

অসমৰ ভিতৰুৱা গাওঁ অঞ্চলত বসতিকৰা ৰাইজৰ মাজত শিক্ষাৰ প্ৰতি বিশেষকৈ নাৰী শিক্ষাৰ ক্ষেত্ৰত অন্ধ কুসংস্কাৰে প্ৰতিবন্ধক সৃষ্টি কৰা দেখা যায়। ইয়াৰ প্ৰধান কাৰণ হল এক বৃজন সংখ্যক লোকৰ নিৰক্ষৰতা। নিৰক্ষৰতাৰ লগতে সামাজিক আৰু অৰ্থনৈতিক অনুন্নত অৱস্থাও ইয়াৰ কাৰণে বিশেষভাবে দায়ী।

(৮) সা-সৰঞ্জামৰ অভাৱ (Lack of equipment) ঃ

বৰ্তমান শিশুৰ শিক্ষাক অধিক আকৰ্ষণীয় আৰু মনোগ্ৰাহী কৰিবৰ কাৰণে এই ক্ষেত্ৰত বিভিন্ন ধৰণৰ পাঠ্যপুথিৰ বাহিৰেও নানা সা সৰঞ্জাম আৰু অত্যাধুনিক সামগ্ৰীৰ আমদানী হৈছে। কিন্তু দুখৰ বিষয় আমাৰ অসমত প্ৰাথমিক স্তৰৰ স্কুলবোৰত উপযুক্ত আৰু পৰ্য্যাপ্ত সা-সৰঞ্জামৰ অত্যন্ত অভাৱ।

(৯) শিক্ষকৰ সমস্যা (Problems of teacher) ঃ

প্ৰাথমিক স্কুলৰ অধিকাংশ শিক্ষক প্ৰশিক্ষণপ্ৰাপ্ত নহয়। ফলত শিক্ষা-পদ্ধতি আকৰ্ষণীয় আৰু উন্নত কৰাত তেওঁলোকে বৰঙনি যোগাব নোৱাৰে। দ্বিতীয়তে অসমৰ শতকৰা ৫০ ভাগ স্কুল এজনীয়া শিক্ষকৰ দ্বাৰা পৰিচালিত। কেইবাটাও শ্ৰেণীত শিক্ষাকাৰ্য্য চলাব লগীয়া হোৱাত এজন শিক্ষকৰ পৰা সেয়েহে শিক্ষাৰ সুফল আশা কৰিব নোৱাৰি।

(১০) পৰিদৰ্শনৰ অভাৱ (Lack of Supervision) ঃ

অসমৰ প্ৰাথমিক স্কুলৰ সংখ্যা অনুপাতে পৰিদৰ্শকৰ সংখ্যা কম হোৱাৰ গতিকে স্কুলবোৰত নিয়মিত পৰিদৰ্শন নহয়। প্ৰাথমিক শিক্ষাৰ মান নিম্নগামী হোৱাৰ ইও এটি কাৰণ।

(১১) বাধ্যতামূলক কৰাত ব্যৰ্থতা (Failure to introduce Compulsion) ঃ

দীৰ্ঘকাল ধৰি প্ৰাথমিক শিক্ষাক বাধ্যতামূলক নকৰাটো হ'ল ইয়াৰ আন এটি ত্ৰুটি। ভাৰতবৰ্ষৰ নিচিনা এখন শিক্ষাক্ষেত্ৰত পিচ পৰি থকা দেশত

প্ৰাথমিক শিক্ষাক বাধ্যতামূলক কৰাটো অত্যন্ত প্ৰয়োজন আছিল। অৱশ্যে এই বিৰাট দায়িত্ব মূৰ পাতি লবলৈ বিদেশী চৰকাৰ অনিচ্ছুক আছিল। স্বাধীনোত্তৰ কালত দেশীয় চৰকাৰেও এই বিষয়ত তৎপৰ হোৱাত আৰু ইয়াৰ বাবে প্ৰয়োজনীয় কঠোৰ ব্যৱস্থা গ্ৰহণ কৰাত ব্যৰ্থ হৈছিল।

**(১২) শিক্ষানীতিৰ পৰিবৰ্তন ( Change of educational Policy ):**

প্ৰাথমিক শিক্ষাৰ প্ৰতি চৰকাৰী অৱহেলা বৃটিছ শাসনৰ কালত অত্যন্ত প্ৰকট আছিল। আৰ্থিক আৰু প্ৰশাসনিক কাৰণত তেওঁলোকে প্ৰাথমিক শিক্ষাৰ ওপৰত গুৰুত্ব নিদি উচ্চ শিক্ষাৰ ওপৰতহে জোৰ দিছিল। স্বাধীনোত্তৰ কালত প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত সঘনে নীতি সলনি হৈ থকা দেখা গৈছে। প্ৰথমতে প্ৰাথমিক স্তৰত বুনিয়াদী শিক্ষা দিবলৈ থিৰাং কৰি বুনিয়াদী শিক্ষা আইন পাছ কৰা হ'ল। কিন্তু বহু কাৰণত সেই আইন কাৰ্য্যত পৰিণত নহ'ল।

**(১৩) চৰকাৰৰ উদাসীনতা ( Indifference of Govt. ) ঃ**

বৃটিছ শাসনকালত প্ৰাথমিক শিক্ষাৰ বিস্তাৰ আৰু উন্নতিৰ কাৰণে চৰকাৰৰ পক্ষৰ পৰা কোনো প্ৰচেষ্টা চলা নাছিল। মাধ্যমিক শিক্ষাৰে শিক্ষিত চাম্ৰ পৰা শাসন চলাব পৰা কৰ্মী প্ৰচুৰ সংগ্ৰহ কৰাৰ কাৰণে তেওঁলোকে মাধ্যমিক শিক্ষাৰ ওপৰত অধিক জোৰ দিছিল। দেশ স্বাধীন হোৱাৰ পাছতো দেশীয় চৰকাৰে সমগ্ৰ অসমতে বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ আঁচনি কাৰ্য্যকৰী কৰাত সফল হ'ব পৰা নাই। ইয়াৰ প্ৰধান কাৰণ হ'ল প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত এক দৃঢ় নীতি আৰু কঠোৰ কাৰ্য্য ব্যৱস্থাৰ অভাৱ।

**(১৪) বয়স্ক শিক্ষাৰ অভাৱ ( Lack of adult education ) ঃ**

অশিক্ষিত আৰু অৰ্দ্ধ শিক্ষিত অভিভাৱকক জীৱনৰ উপযোগী শিক্ষাৰে শিক্ষিত কৰি তোলাৰ ওপৰতো প্ৰাথমিক শিক্ষাৰ সাফল্য বহুলাংশে নিৰ্ভৰ কৰে। কিন্তু দুৰ্ভাগ্য বশতঃ বয়স্ক শিক্ষাৰ সুবিধা আশানুৰূপ নোহোৱাৰ গতিকে এক বুজন সংখ্যক অভিভাৱক এতিয়াও প্ৰাথমিক শিক্ষাৰ প্ৰতি উদাসীন।

**(১৫) প্ৰচাৰৰ অভাৱ ( Lack of Publicity ) ঃ**

পিছপৰি থকা অনুন্নত গাওঁ অঞ্চলৰ ৰাইজৰ মাজত সভাসমিতি, অঁনাতাৰ যন্ত্ৰ, কথা ছবি বাতৰি কাকত, আলোচনী প্ৰতিযোগিতা ইত্যাদিৰ সহায়েৰে বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ কাৰণে প্ৰচাৰ কাৰ্য্য চলোৱাৰ প্ৰয়োজন। কিন্তু এই ক্ষেত্ৰত অসমত প্ৰচাৰ কাৰ্য্যৰ অভাৱ পৰিলক্ষিত হয়।



**(১৬) ৰাস্তাঘাটৰ অভাৱ ( Lack of Communication ) ঃ**

ভিতৰুৱা অঞ্চলবোৰত যাতায়াতৰ অসুবিধাৰ কাৰণে বহু ল'ৰা-ছোৱালী স্কুললৈ নাযায়। গতিকে তেনে ঠাইত ৰাস্তাঘাটৰ উন্নতি বিধান কৰিব লাগে।

**(১৭) অন্যান্য সা-সুবিধাৰ অভাৱ ( Lack of other facilities ) ঃ**

প্ৰাথমিক শিক্ষাৰ প্ৰতি ৰাইজক আকৰ্ষিত কৰিবলৈ হলে প্ৰাথমিক স্কুল-বোৰৰ দুপৰীয়াৰ আহাৰ যোগান ধৰা, গাখীৰ নাইবা ফলমূলৰ ব্যৱস্থা কৰা, কিতাপ পত্ৰ আৰু সম্ভৱ হলে কাপোৰ কানিৰ যোগান ধৰ তো অতিশয় আৱশ্যকীয়। কিন্তু অসমৰ ক্ষেত্ৰত এনে সা-সুবিধাৰ অত্যন্ত অভাৱ।

**(১৮) স্কুলৰ সময় ( School hours ) ঃ**

কোনো অঞ্চলৰ ৰাইজৰ সুবিধাৰ কাৰণে স্কুলৰ সময়ৰ সাল-সলনি কৰিব পৰা যায়। যদি ল'ৰা-ছোৱালীয়ে মাক ব পেক কামলৈ যোৱাৰ সময়ত ঘৰত থকাতো প্ৰয়োজন হয় স্কুলৰ সময়ো সেইমতে কিছু পৰিবৰ্তন কৰিব পৰা যায়।

অসমৰ প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত উদ্ভৱ হোৱা প্ৰতিবন্ধক বিলাক দূৰ কৰিবলৈ হলে ওপৰোক্ত সমস্যাবোৰৰ কাৰ্য্যকৰী সমাধানৰ প্ৰয়োজন। তাৰ কাৰণে থোৰতে নিম্নোক্ত পৰামৰ্শসমূহ আগবঢ়াব পাৰি যেনে ঃ—

(১) প্ৰাথমিক শিক্ষাৰ অপচয় আৰু জড়তা দূৰীকৰণৰ বাবে প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণ।

(২) ৰাইজৰ মাজত থকা ব্যাপক নিৰক্ষতা অপসাৰণৰ বাবে কাৰ্য্যকৰী আৰু ফলপ্ৰদ ব্যৱস্থা গ্ৰহণ।

(৩) অৰ্থনৈতিক অৱস্থাৰ উন্নীতকৰণৰ বাবে কাৰ্য্যকৰী আঁচনি গ্ৰহণ।

(৪) স্কুলীয়া পৰিবেশ আকৰ্ষণীয় কৰিবৰ বাবে যথোপযুক্ত ব্যৱস্থা গ্ৰহণ।

(৫) পাঠ্যক্ৰমৰ সংস্কাৰ সাধন।

(৬) গাৱলীয়া ৰাইজৰ কুসংস্কাৰ অপসাৰণৰ কাৰণে কাৰ্য্যকৰী ব্যৱস্থা কৰণ।

৭) স্কুলত পৰ্য্যাপ্ত সা-সৰঞ্জামৰ যোগান দিয়া।

(৮) প্ৰাথমিক স্তৰত প্ৰশিক্ষণ প্ৰাপ্ত শিক্ষকক নিযুক্তিদান।

(৯) এজনীয়া স্কুলৰ ৰূপান্তৰ সাধন।

(১০) পৰিদৰ্শন ব্যৱস্থাৰ উন্নয়ন।

(১১) মানমূলক উন্নয়ন আৰু পৰিমানগত সম্প্ৰসাৰণৰ কাৰণে সুচিন্তিত পৰিকল্পনা।

(১২) সুস্থ শিক্ষানীতিৰ বাস্তব ৰূপায়ণ।

(১৩) চৰকাৰৰ দ্বাৰা এনে ক্ষেত্ৰত তৎপৰ ব্যৱস্থা গ্ৰহণ।

(১৪) বয়স্ক শিক্ষাৰ বিস্তাৰ আৰু উন্নতি সাধন।

(১৫) ৰাইজৰ মাজত ব্যাপক প্ৰচাৰ কাৰ্য্যৰ কাৰ্য্যসূচী গ্ৰহণ।

(১৬) ছাত্ৰ-ছাত্ৰীৰ কাৰণে দুপৰীয়াৰ আহাৰ আদি অন্যান্য সা-সুবিধাৰ যোগান।

(১৭) প্ৰশাসনীয় যোগ্যতাৰ বৃদ্ধি।

(১৮) পৰিশাসন ব্যৱস্থাৰ সংস্কাৰ সাধন।

(১৯) যাতায়ত ব্যৱস্থাৰ উন্নতি বিধান। ইত্যাদি।

## প্ৰশ্ন

১। ইংৰাজসকল অহাৰ আগতে অসমৰ প্ৰাথমিক শিক্ষাৰ অৱস্থা কেনে আছিল লিখা।

Write an account about the state of primary education in Assam before the advent of the British.

২। অসমৰ প্ৰাথমিক শিক্ষা আইন কেইখনৰ মূল দফাবোৰৰ বিষয়ে তুমি কি জানা নিজৰ মন্তব্যৰে সৈতে লিখা।

Write with a Comment of your own about the main provisions of the primary Education Acts of Assam.

৩। অসমৰ প্ৰাথমিক শিক্ষাৰ সমস্যা সম্পৰ্কে আলোচনা কৰা।

Discuss about the problems of primary education in Assam.

---

# পঞ্চম অধ্যায়

## অসমৰ মাধ্যমিক শিক্ষা

### ( Secondary Education in Assam )

অসমৰ মাধ্যমিক স্কুলসমূহৰ ভিতৰত নিম্নোক্ত স্কুলবোৰ পৰে। যেনে :—

১। উচ্চতৰ মাধ্যমিক স্কুল ( Higher Secondary school )

২। উচ্চ মাধ্যমিক স্কুল ( High school )

৩। হাই মাদ্ৰাছা ( High Madrassah )

৪। মধ্য ইংৰাজী আৰু অসমীয়া স্কুল (Middle English and Middle vernacular school), মধ্য ইংৰাজী আৰু মধ্য অসমীয়া মাদ্ৰাছা (M. E. and M. V. Madrassah), সংস্কৃত মাধ্যমিক স্কুল ( Sanskrit Middle school )

৫। উচ্চ বুনিয়াদী স্কুল ( Senior Basic school )

ইংৰাজসকলৰ শাসনাধীন হোৱাৰ আগতে অসমত মাধ্যমিক শিক্ষাৰ প্ৰচলন নাছিল। এই কথা উল্লেখ কৰা নিস্প্ৰয়োজন যে বৰ্তমান ভাৰতবৰ্ষৰ প্ৰচলিত মাধ্যমিক শিক্ষাব্যৱস্থাৰ প্ৰথম সূত্ৰপাত হয় বৃটিছ আমোলৰ পৰা। ভালদৰে চালে দেখা যায় যে ইংৰাজ শাসক সকলে নিজৰ ৰাজনৈতিক উদ্দেশ্য পূৰণ কৰিবৰ কাৰণেই মাধ্যমিক শিক্ষা পৰিকল্পনা কৰিছিল। কাৰণ তেওঁলোকৰ দৃঢ় বিশ্বাস আছিল যে প্ৰাথমিক শিক্ষা বিস্তাৰ কৰি জনগণক শিক্ষিত কৰি তোলা মানে নিজৰ বিপদহে চপাই অনা।

১৮৩৫ চনৰ মেকলেৰ প্ৰতিবেদন আৰু ১৮৪৪ চনৰ হাৰ্ডিঞ্জৰ ঘোষণাত স্পষ্ট ভাবে কোৱা হৈছিল যে ভাৰতবৰ্ষত পাশ্চাত্য শিক্ষা সংস্কৃতি বিস্তাৰ কৰা আৰু চৰকাৰী চাকৰিৰ ক্ষেত্ৰত পাশ্চাত্য শিক্ষাৰে শিক্ষিত ব্যক্তিক অগ্ৰাধিকাৰ দিয়া হ'ব। ফলত ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশত দ্ৰুত গতিত মাধ্যমিক স্কুল স্থাপিত হৈছিল।

অসমৰ ক্ষেত্ৰত কিন্তু প্ৰথম অৱস্থাত শাসক সকলে মাধ্যমিক স্কুল স্থাপন কৰি ইংৰাজী শিক্ষা দি প্ৰশাসন চলোৱা কৰ্মচাৰী অসমতে গঢ়ি তোলাৰ পৰিবৰ্তে চুবুৰীয়া বঙ্গদেশৰ শিক্ষিত লোককহে নিযুক্তি দিয়াৰ ব্যৱস্থা কৰিছিল। কিন্তু পিছত এই ব্যৱস্থা ব্যয়বহুল হোৱাৰ কাৰণে অসমীয়া মানুহক ইংৰাজী

শিক্ষা দিবলৈ অসমতে মাধ্যমিক স্কুল পতাৰ সিদ্ধান্ত লোৱা হ'ল। সেই মৰ্মে ১৮৩৫ চনত গুৱাহাটীত এখনি মাধ্যমিক স্কুল স্থাপিত হৈছিল। সেই সময়ত "গৌহাটী চেমিনাৰী" নামে জনাজাত সেইখনেই হ'ল বৰ্তমানৰ কটন কলেজিয়েট স্কুল। অলপ দিনৰ ভিতৰতে ক্ৰমে শিৱসাগৰ আৰু নগাৱতো এনে স্কুল প্ৰতিষ্ঠা কৰা হ'ল। লৰ্ড উইলিয়াম বেণ্টিংকৰ পাশ্চাত্য শিক্ষা সংস্কৃতি প্ৰসাৰৰ নীতি কাৰ্য্যকৰী কৰিবৰ কাৰণে এনে স্কুল অন্যান্য ঠাইত পতা হ'ল। ইংৰাজী শিক্ষা লাভ কৰা অসমীয়া ডেকাই কোম্পানীৰ অধীনত নিযুক্তি লাভ কৰা ঘটনাই অসমীয়া মানুহক এনে শিক্ষাৰ প্ৰতি বেঁচি আগ্ৰহান্বিত কৰি তুলিলে। ফলত মাধ্যমিক স্কুলবোৰৰ ছাত্ৰ সংখ্যা ক্ৰমাৎ বাঢ়ি আহিবলৈ ধৰিলে। ১৮৭৩-৭৪ চনত অসমত হাইস্কুলৰ সৰ্বমুঠ সংখ্যা আছিল ৬ খন আৰু ১৮৭৪-৭৫ চনত ১০ খন। ইয়াৰে ৯ খন চৰকাৰী আৰু এখন স্কুল বেচৰকাৰী আছিল।

১৮৫৪ চনৰ উডৰ ঘোষণাত মাধ্যমিক শিক্ষাৰ ক্ষেত্ৰত ৰাষ্ট্ৰীয় প্ৰচেষ্টা প্ৰত্যাহাৰ আৰু হাইস্কুল পতাৰ ক্ষেত্ৰত সহায়ক অনুদান দিয়াৰ কথা ঘোষণা কৰা হৈছিল। ১৮৮২ চনৰ হাণ্টাৰ আয়োগেও ১৮৫৪ চনৰ ঘোষণাত সন্নিৱিষ্ট ৰাষ্ট্ৰীয় শিক্ষানীতিত সমৰ্থন জনাইছিল আৰু অনুদান প্ৰথাৰ সহায়ত বেচৰকাৰী প্ৰচেষ্টাক উৎসাহ দিয়াৰ পৰামৰ্শ আগবঢ়াইছিল।

অসমৰ ক্ষেত্ৰত কিন্তু ১৮৮২ চনৰ আয়োগৰ প্ৰস্তাৱ কাৰ্য্যকৰী কৰিব পৰা হোৱা নাছিল। কাৰণ অসমত বেচৰকাৰী অনুষ্ঠানসমূহ হাই স্কুল স্থাপনৰ ক্ষেত্ৰত সিমান উৎসাহী নাছিল। প্ৰমাণ স্বৰূপে ১৮৯৬—৯৭ৰ পৰা ১৯০১—০২ চনৰ ভিতৰতে মাধ্যমিক স্কুলৰ নিম্নোক্ত পৰিসংখ্যা পোৱা যায়।

| বছৰ | চৰকাৰী স্কুল | স্থানীয় কৰ্তৃপক্ষৰ স্কুল | সাহায্য-প্ৰাপ্ত স্কুল | অসাহায্য-প্ৰাপ্ত স্কুল | মুঠ সংখ্যা |
|---|---|---|---|---|---|
| ১৮৯৬-৯৭ | ১০ | × | ৫ | ৬ | ২১ |
| ১৮৯৭-৯৮ | ১০ | × | ৫ | ৬ | ২১ |
| ১৮৯৮-৯৯ | ১০ | × | ৫ | ৫ | ২০ |
| ১৮৯৯-১৯০০ | ১০ | × | ৫ | ৫ | ২০ |
| ১৯০০-০১ | ১০ | × | ৫ | ৮ | ২৩ |
| ১৯০১-০২ | ১০ | × | ৬ | ৭ | ২৩ |



সেই সময়ৰ মাধ্যমিক স্কুলসমূহক নিম্নোক্ত ভাগত শ্ৰেণীভুক্ত কৰিব পাৰি।

(১) মধ্য ইংৰাজী স্কুল। এই স্কুলত ষষ্ঠমান শ্ৰেণীলৈ শিক্ষা দিয়া হৈছিল আৰু ইয়াত ইংৰাজী পঢ়োৱাৰ ব্যৱস্থা আছিল।

(২) মধ্য অসমীয়া স্কুল: ইয়াতো ষষ্ঠমান শ্ৰেণীলৈ পঢ়োৱাৰ ব্যৱস্থা আছিল যদিও ইংৰাজী শিক্ষা দিয়াৰ কাৰণে কোনো ব্যৱস্থা নাছিল।

(৩) হাই স্কুল: হাইস্কুলবোৰত ইংৰাজী মাধ্যমেৰে দশমশ্ৰেণীলৈ শিক্ষা দি ছাত্ৰসকলক বিশ্ববিদ্যালয়ৰ মেট্ৰিককুলেশন পৰীক্ষাৰ কাৰণে সাজু কৰা হৈছিল। ইয়াত কাৰিকৰী শিক্ষা দানৰ কোনো ব্যৱস্থা নাছিল। বহুসংখ্যক মধ্য অসমীয়া, মধ্য ইংৰাজী আৰু হাইস্কুলত 'ক' 'খ' শ্ৰেণীও সংযুক্ত হৈ আছিল। হাইস্কুলৰ পাঠ্যক্ৰমৰ বিষয়বোৰ আছিল ইংৰাজী, গণিত, বুৰঞ্জী, ভূগোল, এটি দ্বিতীয় ভাষা। ড্ৰয়িং বিষয়টো আছিল ঐচ্ছিক।

১৮৯৮ চনত ভাৰতৰ বৰলাট হৈ অহা লৰ্ড কাৰ্জনে মাধ্যমিক শিক্ষাৰ ক্ষেত্ৰত দুই প্ৰকাৰৰ নীতিৰ কথা ঘোষণা কৰিছিল। তাৰ এটি হ'ল—মাধ্যমিক শিক্ষা বিস্তাৰৰ নিয়ন্ত্ৰণ আৰু আনটো হ'ল এনে শিক্ষাৰ মান উন্নয়ন। মাধ্যমিক স্কুলৰ অবাঞ্চিত বৃদ্ধি ৰোধৰ কাৰণে তেওঁ অনুমোদন প্ৰথাৰ প্ৰৱৰ্তন কৰিছিল। এই অনুমোদন প্ৰথা দুই প্ৰকাৰৰ। প্ৰতি স্কুলে বিশ্ববিদ্যালয় আৰু শিক্ষা-বিভাগৰ পৰা স্বীকৃতি লাভ কৰিব লাগিব। শিক্ষা বিভাগৰ দ্বাৰা অনুমোদিত স্কুলে নিম্নোক্ত সুবিধাবোৰ উপভোগ কৰিব যেনে :—

(১) চৰকাৰী অনুদান লাভ

(২) চৰকাৰী পৰীক্ষালৈ ছাত্ৰ প্ৰেৰণৰ ক্ষমতা

(৩) চৰকাৰী বৃত্তিভোগী ছাত্ৰ গ্ৰহণ।

কোনো স্কুলে এই অনুমোদন পোৱা নোপোৱাৰ কথাটো নিৰ্ভৰ কৰিব এই কেইটা কথাৰ ওপৰত যেনে :—

(১) সেই অঞ্চলত হাইস্কুল স্থাপনৰ প্ৰয়োজনীয়তা থাকিব লাগিব।

(২) স্কুলৰ অৰ্থনৈতিক অৱস্থা সচ্ছল হ'ব লাগিব।

(৩) ভালদৰে গঠিত কৰা এখন পৰিচালনা সমিতি থাকিব লাগিব।

(৪) শিক্ষাদানৰ প্ৰকৃত মানদণ্ড বজাই ৰাখিব লাগিব।

(৫) ছাত্ৰৰ শৃঙ্খলা, স্বাস্থ্য, আমোদ, প্ৰমোদৰ ক্ষেত্ৰত সুচাৰুৰূপে কাৰ্য্য পৰিচালিত হ'ব লাগিব, ইত্যাদি।

লৰ্ড কাৰ্জনে মাধ্যমিক শিক্ষাৰ মান উন্নয়নৰ ক্ষেত্ৰত তলত উল্লেখকৰা ব্যৱস্থাবোৰ গ্ৰহণ কৰিছিল, যেনে :—

(১) চৰকাৰী উচ্চস্কুলবোৰ আদৰ্শ ( Model ) স্কুল ৰূপে পৰিচালনা কৰিব লাগিব।

(২) বেচৰকাৰী তলবোৰ যাতে চৰকাৰী আদৰ্শ স্কুলবোৰৰ সমানে শিক্ষাৰ মানদণ্ড উন্নীত কৰিব পাৰে তাৰ কাৰণে বিপুল পৰিমাণৰ অনুদান বিতৰণ।

(৩) মাধ্যমিক স্কুলৰ শিক্ষক সকলৰ উপযুক্ত প্ৰশিক্ষণ ব্যৱস্থাৰ প্ৰতি বিশেষ মনোযোগ দান।

কাৰ্জনৰ এই শিক্ষানীতিৰ ফলত ভাৰতবৰ্ষত মাধ্যমিক শিক্ষাৰ ক্ষেত্ৰত কিছু পৰিবৰ্তন আৰু উন্নয়ন পৰিলক্ষিত হৈছিল। কেন্দ্ৰৰ পৰা প্ৰদেশ সমূহলৈ আগবঢ়োৱা অনুদানৰ পৰিমাণ বৰ্দ্ধিত হোৱাৰ কাৰণে স্কুলবোৰে বেচি অনুদান লাভ কৰি শিক্ষাসংস্কাৰত আগবনুৱা হব পাৰিছিল। অসমেও বৰ্দ্ধিত অনুদানৰ অংশ লাভ কৰিছিল। কিন্তু ১৯০৫ চনত অসমক পূৰ্ববঙ্গৰ সতে লগলগাই এখন সুকীয়া প্ৰদেশ কৰি দিয়াৰ কাৰণে আৰু এই প্ৰদেশৰ কেন্দ্ৰ ঢাকা হোৱাত অসমে সকলো পিনৰ পৰা প্ৰয়োজনীয় মনোযোগ লাভ কৰাত ব্যৰ্থ হৈছিল। তথাপিতো এই সময়ত কেইবাখনো ঠাইত হাইস্কুল স্থাপন, কোনো কোনো স্কুলৰ আভ্যন্তৰীণ অৱস্থাৰ উন্নয়ন, কোনো ঠাইত স্কুলৰ ঘৰ-দুৱাৰ নিৰ্মাণৰ বাবে সাহায্যদান, কলিকতাত কেইজনমান শিক্ষকৰ প্ৰশিক্ষণৰ ব্যৱস্থা গ্ৰহণ, শিক্ষাৰ সা-সৰঞ্জাম, ছাত্ৰাবাসৰ কাৰণে অনুদান মঞ্জুৰী ইত্যাদিয়ে হ'ল উল্লেখযোগ্য ঘটনা।

১৯১১ চনত কলিকতা বিশ্ববিদ্যালয়ে পাঠ্যক্ৰমৰ ক্ষেত্ৰত এক নতুন ব্যৱস্থা প্ৰৱৰ্তন কৰিছিল। এই ব্যৱস্থা মতে হাইস্কুলত ৬টা বিষয় থাকিব। তাৰে চাৰিটা বাধ্যতমূলক আৰু দুটা নিজে বাচি লব লাগিব। ইংৰাজী, অঙ্ক, নিজৰ মাতৃভাষা আৰু সংস্কৃতৰ এটি বিষয় লবই লাগিব। বাকী বুৰঞ্জী, ভূগোল, কাৰিকৰী বিষয়, উচ্চভাগৰ উচ্চভাষা, উচ্চখাপৰ অঙ্কৰ পৰা যিকোনো দুটা বিষয় ছাত্ৰই বাচি লব পাৰিব। এই ব্যৱস্থামতে অসমৰ স্কুলতো পাঠ্যক্ৰম সালসলনি কৰা হৈছিল। কিন্তু বেচি ভাগ স্কুলৰ আৰ্থিক দুৰৱস্থা আৰু শিক্ষকৰ সংখ্যা কম হোৱাৰ কাৰণে এই ব্যৱস্থা ফলবতী হোৱা নাছিল।

ইয়াৰ পাছত আহিল ১৯১৩ চনৰ নতুন শিক্ষানীতিৰ ঘোষণা। মাধ্যমিক



শিক্ষা সম্পৰ্কে এই ঘোষণাত এনেবোৰ কথা সন্নিবিষ্ট কৰা হৈছিল যেনে :—

(১) হাইস্কুল সমূহৰ ওপৰত থকা শিক্ষাবিভাগৰ আৰু বিশ্ববিদ্যালৰ দুতৰপীয়া কৰ্তৃত্বৰ ব্যৱস্থা উঠাই দি স্বীকৃতিৰ ক্ষেত্ৰত অকল শিক্ষাবিভাগকে সমস্ত ক্ষমতা দিয়াতো উচিত।

(২) চৰকাৰী আদৰ্শ স্কুলবোৰৰ উন্নয়নৰ কাৰণে এনেবোৰ ব্যৱস্থা লব লাগিব যেনে—(ক) গ্ৰেজুৱেট শিক্ষক নিযুক্তি (খ) পাঠ্যক্ৰম স্বয়ংসম্পূৰ্ণ কৰা (গ) বিজ্ঞান শিক্ষা সম্পূৰ্ণ কৰা (ঘ) হাতৰ কামৰ শিক্ষা দিয়া (ঙ) ছাত্ৰাবাসৰ ব্যৱস্থা কৰা (চ) ইংৰাজী শিক্ষকক উন্নত চাকৰি দিয়া ইত্যাদি।

এই শিক্ষানীতি ঘোষিত হোৱাৰ পাছত অসমকে ধৰি অন্যান্য প্ৰদেশবোৰ মাধ্যমিক স্কুলসমূহৰ উন্নয়নৰ কাৰণে বৰ্দ্ধিত অনুদান লাভ কৰিছিল। ১৯১২ চনত পুনৰ অসমক পূৰ্ববঙ্গৰ পৰা পৃথক কৰাৰ পাছত অসমৰ শিক্ষাবিভাগে শিক্ষাৰ উন্নয়নৰ কাৰণে প্ৰচেষ্টা চলাবলৈ আৰম্ভ কৰিছিল। তাৰ ভিতৰত তলত উল্লেখ কৰা কেইটাই প্ৰধান—

(১) মহকুমাৰ কেন্দ্ৰ ঠাইত প্ৰতিষ্ঠিত হাইস্কুল প্ৰাদেশিকীকৰণ।

(২) হাইস্কুলবোৰত একাধিক শাখা ( section ) আৰম্ভণ।

(৩) হাইস্কুল নথকা ঠাইত মধ্য ইংৰাজী স্কুল স্থাপন।

(৪ বৰ্দ্ধিত অনুদানৰ সহায়ত হাইস্কুলবোৰৰ উন্নতি বিধান।

(৫) ঠায়ে ঠায়ে নতুন হাইস্কুল স্থাপন।

এই আঁচনিসমূহ কাৰ্য্যকৰী কৰিবলৈ নৌ পাওতেই ১৯১৪ চনত প্ৰথম বিশ্ব মহাযুদ্ধ আৰম্ভ হ'ল আৰু এইবোৰ আঁচনি আংশিক ভাবেহে কাৰ্য্যত পৰিণত কৰিব পৰা হল। বিশেষকৈ যুদ্ধৰ পিছত দেশৰ অৰ্থনৈতিক অৱস্থাই মাধ্যমিক শিক্ষাৰ ব্যক্তিগত প্ৰচেষ্টাৰ মূৰত কুঠাৰাঘাত কৰিছিল—যিহেতু এনে সাহায্যপ্ৰাপ্ত স্কুলে ঘাইকৈ মাছুলৰ ওপৰতে নিৰ্ভৰ কৰি চলিব লগীয়া হৈছিল।

১৯২১-২২—১৯৪১-৪২ এই কালছোৱাৰ ভিতৰত অসমৰ মাধ্যমিক স্কুলৰ এনে ধৰণৰ প্ৰসাৰ দেখা গৈছিল—

| বছৰ | ১৯২১-২২ | ১৯৩১-৩২ | ১৯৩৬-৩৭ | ১৯৪১-৪২ |
|---|---|---|---|---|
| স্কুলৰ সংখ্যা | ৪৪ | ৬৭ | ১০০ | ১৬৫ |

স্কুলৰ সংখ্যা বঢ়াৰ লগে লগে ব্যয়ৰ পৰিমাণো ক্ৰমে বাঢ়ি আহিছিল। উদাহৰণ স্বৰূপে এই সময়ত মাধ্যমিক স্কুলৰ সংখ্যা শতকৰা ১৩.৬, ছাত্ৰসংখ্যা শতকৰা ৪২.৮ আৰু খৰছৰ বৃদ্ধিৰ পৰিমাণ আছিল শতকৰা ২০.৫। ১৯২৬-২৭ চনত সকলপ্ৰকাৰৰ মাধ্যমিক স্কুলৰ মুঠ খৰছ আছিল ১৩১২০৯৭ টকা। ইয়াৰ ভিতৰত

| | | |
|---|---|---|
| চৰকাৰৰ টকা | — | ৬২৩১৫২ |
| বোৰ্ডৰ টকা | — | ১০৫৩৬০ |
| মিউনিছিপেলিটিৰ টকা | — | ১৪৮৮৫ |
| মাছুলৰ টকা | — | ৪৫২১৪৯ |
| অন্যান্য উৎসৰ পৰা অহা টকা | — | ১১৬৫৫১ |
| মুঠ | — | ১৩১২৯০৭ টকা |

মাধ্যমিক স্কুল আৰু ছাত্ৰ সংখ্যা ক্ৰমাৎ বৃদ্ধি পাইছিল যদিও কিছুমান সমস্যাই বিশেষভাবে এই ক্ষেত্ৰত অসুবিধাৰ সৃষ্টি কৰিছিল। যেনে—(১) ছাত্ৰ অনুপাতে শিক্ষকৰ সংখ্যা বৰ কম আছিল (২) শিক্ষক প্ৰশিক্ষণৰ কোনো সুব্যৱস্থা নথকাত প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষকৰ অত্যন্ত অভাৱ হৈছিল। (৩) শিক্ষকৰ দৰমহা আদিৰ ক্ষেত্ৰতো ত্ৰুটিপূৰ্ণ ব্যৱস্থা চলিছিল। (৪) কাৰিকৰী শিক্ষাৰ কোনো ব্যৱস্থা নাছিল। (৫) ছাত্ৰসকলৰ কাৰণে স্কুলত বহামেলাৰ ঠাইৰ অভাৱ দেখা গৈছিল।

১৯৩৫ চনত ভাৰতত স্বায়ত্ব শাসন ব্যৱস্থা প্ৰৱৰ্ত্তিত হয়। ইয়াৰ লগে লগে আৰম্ভ হোৱা ৰাজনৈতিক আন্দোলনৰ ফলত মাধ্যমিক শিক্ষাৰ অগ্ৰগতিত বাধা পৰা দেখা গৈছিল। ১৯৩৭ চনত অসমৰ মাধ্যমিক স্কুলৰ সংখ্যা আছিল এনে ধৰণৰ—

১। হাইস্কুল—১০০ খন
ছাত্ৰ সংখ্যা—৩০৯৯৪ জন

২। মধ্য ইংৰাজী স্কুল—২৭৯
ছাত্ৰ সংখ্যা—২৬৫২৩ জন

৪। মধ্য অসমীয়া স্কুল—২৪০ খন
ছাত্ৰ সংখ্যা—৩৬৮০৩ জন



১৯৩৬-৩৭ চনত গঠন কৰা উড্‌-এবট্ ( Wood Abbott ) কমিটীয়ে মাধ্যমিক শিক্ষাৰ ক্ষেত্ৰত বৃত্তিমূলক আৰু কাৰিকৰী শিক্ষাৰ প্ৰয়োজনৰ কথা দোহাৰিছিল আৰু এই কমিটিৰ নিৰ্দেশ মতে পলিটেক্‌নিক নামৰ এবিধ কাৰিকৰী স্কুল গঢ় লৈ উঠিছিল। ১৯৪৪ চনত সাৰ্জেণ্ট প্ৰতিবেদনতো ( Sargent Report ) মাধ্যমিক শিক্ষাৰ ক্ষেত্ৰত নিয়োক্ত পৰামৰ্শ আগবঢ়োৱা হৈছিল। যেনে—(১) নিম্ন বুনিয়াদী স্তৰৰ পাছত হাইস্কুলৰ স্তৰ ৬ বছৰ কৰা। (২) হাইস্কুলৰ শিক্ষা পৰ্য্যায়ত সাধাৰণ ( Academic ) আৰু কাৰিকৰী ( Technical ) এই দুই পাঠ্যক্ৰম প্ৰৱৰ্তন কৰা।

কিন্তু পৃথিৱীব্যাপি হোৱা দ্বিতীয় মহাযুদ্ধৰ বিভিষীকাই অসমতো নানা বেমেজালিৰ সৃষ্টি কৰিলে। শিক্ষানুষ্ঠানসমূহ মিলিটাৰীৰ কাৰণে খালি কৰি দি বহু সংখ্যক শিক্ষকক জৰুৰীকালিন অৱস্থাত যোগান বিভাগ আদিত মকৰল কৰা হৈছিল। ফলত স্কুলৰ ছাত্ৰসংখ্যা বহু পৰিমাণে হ্ৰাস পাইছিল। সেয়েহে ১৯৪৫ চনত মাধ্যমিক স্কুলৰ আৰু ছাত্ৰৰ সংখ্যা আছিল এনে ধৰণৰ—

(১) হাইস্কুল—২০৩, ছাত্ৰ সংখ্যা—৫০২২৬

(২) মধ্য ইংৰাজী স্কুল—৪৪০, ছাত্ৰ সংখ্যা—২৯৫৬১

(৩) মধ্য অসমীয়া স্কুল—৩৩১, ছাত্ৰ সংখ্যা—৩৩৯৬৬

এইসময়ত সাধাৰণ হাইস্কুলৰ পৰা পাছ কৰি ওলোৱা ছাত্ৰৰ মাজত ক্ৰমাত বৃদ্ধি পোৱা নিবনুৱা সমস্যাৰ প্ৰতি জনসমাজৰ দৃষ্টি আকৰ্ষিত হৈছিল সচা কিন্তু প্ৰতিখন হাইস্কুলৰ পাঠ্যক্ৰমত একোটিকৈ কাৰিকৰী বিষয় সুমুৱাৰ যি পৰামৰ্শ কলিকতা বিশ্ববিদ্যালয় আয়োগে আগবঢ়াইছিল অসমৰ ক্ষেত্ৰত তাক কাৰ্য্যত পৰিণত কৰিব পৰা হোৱা নাছিল নানা কাৰণত।

১৯৪৭ চনত দেশে স্বাধীনতা পোৱাৰ আগে আগে অসমত মুঠ হাইস্কুলৰ সংখ্যা আছিল, ল'ৰাৰ—২০০ খন, ছোৱালীৰ ৩১ খন ; মধ্য ইংৰাজী আৰু মধ্য অসমীয়া স্কুলৰ সংখ্যা আছিল—ল'ৰাৰ ৭৫০ আৰু ছোৱালীৰ ১১৪ খন।

এইখিনিতে ১৯১২ চনৰ পৰা ১৯৪৭ চনলৈ মাধ্যমিক স্কুল আৰু ছাত্ৰ সংখ্যা বৃদ্ধিৰ এটি খতিয়ান দাঙি ধৰা হ'ল— *

| বছৰ | মাধ্যমিক স্কুলৰ মুঠ সংখ্যা | মাধ্যমিক স্কুলৰ মুঠ ছাত্ৰ সংখ্যা |
|---|---|---|
| ১৯১২ | ১৬৭ | ২৩৩৪০ |
| ১৯১৭ | ২৮৬ | ৩৯৬১০ |
| ১৯২২ | ৩৩৬ | ৩৫৩২২ |
| ১৯২৭ | ৩৮২ | ৫০৪৭৩ |
| ১৯৩২ | ৫১১ | ৭১৩০৫ |
| ১৯৩৭ | ৬২০ | ৯৪৩২০ |
| ১৯৪২ | ৮৬৫ | ১২১৭১৩ |
| ১৯৪৭ | ১০৯৫ | ১৭৬৫৮৬ |

১৯১৬ চনৰ পৰা অসমৰ মাধ্যমিক স্কুলবোৰৰ প্ৰশাসনৰ দায়িত্ব গ্ৰহণ কৰিছিল কলিকতা বিশ্ববিদ্যালয়ে। ১৯৪৮ চনৰ পাছত এই ভাৰ গ্ৰহণ কৰিছিল গুৱাহাটী বিশ্ববিদ্যালয়ে। কিন্তু মাধ্যমিক শিক্ষা আয়োগৰ অনুমোদন মতে ১৯৬২ চনত "মাধ্যমিক শিক্ষাবোৰ্ড" এখন গঠিত হোৱাৰ পাছত সকলো মাধ্যমিক স্কুলৰ কৰ্তৃত্ব এই বোৰ্ডৰ হাতলৈ আহিছিল। বৰ্তমান তিনিপ্ৰকাৰৰ ( চৰকাৰী, সাহায্য প্ৰাপ্ত আৰু প্ৰাইভেট ) মাধ্যমিক স্কুলে এই বোৰ্ডৰ অধীনত কাৰ্য্যপৰিচালনা কৰি আছে।

স্বাধীনতাৰ পাছত গোটেই ভাৰতবৰ্ষতে মাধ্যমিক স্কুলৰ সংখ্যা দ্ৰুত ভাবে বাঢ়ি আহিবলৈ ধৰিলে। অসমৰ ক্ষেত্ৰত কিন্তু ইয়াৰ ব্যতিক্ৰম দেখা গৈছিল। ১৯৪৭-৪৮ চনত অসমৰ হাইস্কুল আৰু অন্যান্য মজলীয়া স্কুলৰ সংখ্যা আছিল ক্ৰমে ১৯১ আৰু ৭৪২ খন। সেইদৰে ছাত্ৰ সংখ্যা হৈছিলগৈ ক্ৰমে ৬৮৭৬২ আৰু ৯০৬১৩। ১৯৫১ ৫২ চনত মজলীয়া আৰু হাইস্কুলৰ সংখ্যা বৃদ্ধি হৈ ক্ৰমে ১১০৮ আৰু ২০৬ খন হৈছিল। এইবোৰ ছাত্ৰসংখ্যা আছিল মজলীয়া স্কুলৰ —১০৭৬৪৯ আৰু হাইস্কুলৰ ১০২৮৯৪ জন। চৰকাৰী হিচাপ মতে ১৯৬৭-৬৮ চনত অসমত মুঠতে ১১৮৫ খন হাইস্কুল আৰু মাধ্যমিক স্কুল আৰু ২৮৪০ খন মজলীয়া স্কুল আছিল।

* Quinquennial Review of the Progress of Education in Assam—1944-47 P 64



ইতিমধ্যে মাধ্যমিক শিক্ষাৰ বিভিন্ন সমস্যাই দেশবাসীৰ মনত এনে শিক্ষাৰ প্ৰতি আস্থাহীন মনোভাব গঢ়ি তুলিছিল। এক তৰপীয়া কেৰাণী গঢ়া শিক্ষাই যে এখন প্ৰগতিবাদী গণতান্ত্ৰিক দেশৰ ভৱিষ্যতৰ দাবী পূৰণ কৰিব নোৱাৰে সেই কথা সকলোৱে হৃদয়ঙ্গম কৰিছিল। সেয়েহে দেশৰ প্ৰচলিত মাধ্যমিক শিক্ষা খৰছিমাৰি চালি জাৰি চাই তাৰ কেৰোণবোৰ বাহিৰ কৰি কেনেকৈ নতুন ভাৱে এই শিক্ষাৰ পুনৰ গঠন আৰু সংস্কাৰ সাধন কৰিব পাৰি তাক চাবলৈ ভাৰত চৰকাৰে ১৯৫২ চনত ডঃ লক্ষ্মণ স্বামী মুদালিয়াৰৰ সভাপতিত্বত এখন মাধ্যমিক শিক্ষাৰ আয়োগ গঠন কৰিছিল। এই আয়োগে দিয়া গুৰুত্বপূৰ্ণ পৰামৰ্শবোৰ হ'ল—

(১) স্কুলৰ শিক্ষাকাল ১১ বছৰ হ'ব। ইয়াৰ ৮ বছৰ বুনিয়াদী বা প্ৰাথমিক শিক্ষাকাল আৰু ৩ বছৰ মাধ্যমিক শিক্ষাকাল বুলি বিবেচিত হ'ব।

(২) ইণ্টাৰ মিদিয়েট স্তৰৰ বিলুপ্তি ঘটিব আৰু ডিগ্ৰী কোৰ্চ তিনি বছৰীয়া হ'ব।

(৩) মাধ্যমিক শিক্ষা পৰ্য্যায়ত বহুমুখী পাঠ্যক্ৰম পঢ়োৱাৰ ব্যৱস্থা থাকিব।

(৪) পাঠ্যপুস্তক নিৰ্বাচনৰ কাৰণে শক্তিশালী কমিটি গঠিত কৰা হ'ব।

(৫) স্কুলত শাৰীৰিক শিক্ষাৰ উন্নততৰ ব্যৱস্থা আৰু নিয়মীয়া স্বাস্থ্য পৰীক্ষাৰ আয়োজন কৰা হ'ব।

(৬) শিক্ষক সকলৰ দৰমহা উন্নত কৰা হ'ব।

(৭) প্ৰতি স্কুলৰ পৰিচালনা কমিটিক কোম্পানী আইন অনুসৰি ৰেজিষ্টাৰ কৰা হ'ব।

মাধ্যমিক শিক্ষা আয়োগৰ পৰামৰ্শ অনুযায়ী ভাৰত চৰকাৰে নতুন শিক্ষা-নীতি প্ৰবৰ্তন কৰে আৰু ৰাজ্য চৰকাৰ সমূহলৈ সেই মৰ্মে নিৰ্দেশ পঠিয়ায়। অসম চৰকাৰেও কেন্দ্ৰত শিক্ষা পুনৰ সংগঠনৰ আঁচনি অনুসৰি কিছু সংখ্যক হাইস্কুল প্ৰথমে বহুমুখী কৰিবলৈ থিৰাং কৰে। এনে স্কুলৰ পাঠ্যক্ৰমত

চাৰিটা বাধ্যতামূলক বিষয় থাকিব আৰু নিম্নোক্ত ভাগবোৰৰ পৰা ছাত্ৰই যিকোনো তিনিটা বিষয় এটা ভাগৰ পৰা বাছি লব।

(১) মানব শাস্ত্ৰ ( Humanities )
(২) কৃষি ( Agriculture )
(৩) বিজ্ঞান ( Science )
(৪) কাৰিকৰী বিষয় ( Technical subjects )
(৫) শিল্পকলা ( Fine Arts )
(৬) গৃহ বিজ্ঞান ( Home Science )
(৭) বাণিজ্য ( Commerce )

এই আঁচনি অনুসৰি পৰীক্ষামূলক ভাৱে তলত নাম দিয়া স্কুল কেইখন বহুমূখী কৰা হৈছিল।

(১) ডিব্ৰুগড় ছোৱালী হাইস্কুল
(২) তেজপুৰৰ ছোৱালী হাইস্কুল
(৩) তাৰিনী চৌধুৰী ছোৱালী হাইস্কুল
(৪) যোৰহাট চৰকাৰী হাইস্কুল
(৫) গোৱালপাৰা চৰকাৰী হাইস্কুল
(৬) কহিমা চৰকাৰী হাইস্কুল
(৭) তুৰা চৰকাৰী হাইস্কুল
(৮) ডচন চৰকাৰী হাইস্কুল, নগাওঁ
(৯) জোৱাই চৰকাৰী হাইস্কুল
(১০) আইজাল চৰকাৰী হাইস্কুল
(১১) মৰিগাওঁ সাহায্যপ্ৰাপ্ত হাইস্কুল
(১২) চাৰিআলি সাহায্যপ্ৰাপ্ত হাইস্কুল
(১৩) শিৱসাগৰ চৰকাৰী হাইস্কুল।

ইয়াৰ বাহিৰে উচ্চতৰ মাধ্যমিক স্কুল হিছাবে স্বীকৃতি লাভ কৰা চাৰিখন স্কুল হ'ল—

(১) বৰপেটা চৰকাৰী হাইস্কুল।
(২) ধুবুৰী চৰকাৰী হাইস্কুল।
(৩) শিলচৰ চৰকাৰী হাইস্কুল।
(৪) কে, আৰ, সাহায্যপ্ৰাপ্ত হাইস্কুল, হাজো।



মাধ্যমিক শিক্ষা পুনৰ গঠনৰ আঁচনি কাৰ্য্যকৰী কৰাৰ পাছত ক্ৰমে উচ্চতৰ মাধ্যমিক আৰু বহুমুখী স্কুলৰ সংখ্যা বাঢ়িবলৈ ধৰে। ১৯৬৯-৭০ চনৰ হিছাব মতে আমাৰ উচ্চতৰ মাধ্যমিক আৰু বহুমুখী স্কুলৰ সংখ্যা হয়গৈ ৭০ খন, আৰু হাইস্কুলৰ সংখ্যা প্ৰায় ১২০০ খন। ইয়াৰ বাহিৰেও মাধ্যমিক শিক্ষাৰ ক্ষেত্ৰত হোৱা আন কেইটিমান উন্নয়নমূলক কাৰ্য্য হ'ল—

(১) মাধ্যমিক স্কুলৰ শিক্ষক সকলৰ দৰমহা ১৯৬৪ চনৰ দৰমহা কমিটিৰ নিৰ্দেশ ক্ৰমে বঢ়াই দিয়া হৈছিল।

(২) হাইস্কুল সমূহ উচ্চতৰ বহুমুখী স্কুললৈ ৰূপান্তৰিত কৰাৰ উপৰিয়ো আভ্যন্তৰীণ উন্নয়নৰ কাৰণে ব্যৱস্থা লোৱা হৈছিল।

(৩) স্কুল পৰিদৰ্শন কাৰ্য্য আগতকৈ অধিক শক্তিশালী আৰু কাৰ্য্যকৰী কৰা হৈছিল।

(৪) মেধা সম্পন্ন ছাত্ৰ-ছাত্ৰীৰ কাৰণে বৃত্তিৰ সংখ্যা বঢ়োৱাৰ উপৰিয়ো অনুসূচীত আৰু পিছপৰা জাতিৰ ল'ৰা-ছোৱালীৰ কাৰণে আচুতিয়াকৈ ৰখা বৃত্তিৰ সংখ্যা বঢ়োৱা হৈছিল।

(৫) স্ত্ৰী শিক্ষা বিস্তাৰৰ কাৰণে ছোৱালীৰ বৃত্তি সংখ্যা বৃদ্ধি কৰা হৈছিল।

(৬) মাধ্যমিক স্তৰৰ শিক্ষকৰ প্ৰশিক্ষণৰ কাৰণে আৰু প্ৰশিক্ষণ কলেজ খোলাৰ ব্যৱস্থা গ্ৰহণ কৰা হৈছিল।

মুদালিয়াৰ আয়োগে মাধ্যমিক স্কুলৰ নিয়ন্ত্ৰণৰ কাৰণে একোখন মাধ্যমিক শিক্ষাবোৰ্ড স্থাপন কৰিবলৈ নিৰ্দেশ দিছিল। অসমত ১৯৬১ চনত মাধ্যমিক শিক্ষা আইন গৃহীত হয় আৰু তাৰ পাছত ১৯৬৬ চনত মাধ্যমিক শিক্ষাবোৰ্ড স্থাপিত হয়।

**মাধ্যমিক শিক্ষা আইন ১৯৬১ চনৰ মূল প্ৰস্তাৱ সমূহ ঃ**

(১) এই আইন গোটেই অসমতে বলবৎ হ'ব।

(২) অসম চৰকাৰৰ দ্বাৰা স্বীকৃত কোনো মাধ্যমিক স্কুলক বিশ্ববিদ্যালয় অথবা কোনো বোৰ্ডে নিয়ন্ত্ৰণ কৰিব নোৱাৰিব।

(৩) এখনি মাধ্যমিক শিক্ষাবোৰ্ড নিয়োক্ত সদস্য সকলক লৈ গঠিত হব।

(ক) শিক্ষা অধিকৰ্তা—সভাপতি।
(খ) অতিৰিক্ত অধিকৰ্তা।
(গ) কৃষি বিভাগৰ অধিকৰ্তা।
(ঘ) কাৰিকৰী বিভাগৰ অধিকৰ্তা।
(ঙ) স্বাস্থ্য বিভাগৰ অধিকৰ্তা।
(চ) শিল্প বিভাগৰ অধিকৰ্তা।
(ছ) অসম কৃষি কলেজৰ অধ্যক্ষ।
(জ) আন আন ৰাজ্য বা অঞ্চলৰ শিক্ষা বিভাগৰ অধিকৰ্তা।
(ঝ) গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলা আৰু বিজ্ঞান বিভাগৰ কলাগুৰু দুগৰাকী।
(ঞ) স্ত্ৰী শিক্ষাৰ তত্বাবধানত থকা সহকাৰী অধিকৰ্তা।

ইয়াৰ বাহিৰেও নিয়োক্ত সকল চৰকাৰে মনোনীত কৰা সদস্য হিচাপে বোৰ্ডত থাকিব।

(১) এজন স্কুল ইন্সপেক্টৰ (২) হাইস্কুল বা উচ্চমাধ্যমিক স্কুলৰ দুজন প্ৰধান শিক্ষক (৩) দুগৰাকী প্ৰধান শিক্ষয়িত্ৰী (৪) হাই মাদ্ৰাছাৰ এগৰাকী অধীক্ষক (৫) গুৱাহাটী বিশ্ববিদ্যালয়ে বাচি দিয়া দুগৰাকী সদস্য (৬) শিক্ষক প্ৰশিক্ষণ কলেজৰ এগৰাকী অধ্যক্ষ (৭) পলিটেক্‌নিকৰ এগৰাকী অধ্যক্ষ।

১৯৬২ চনৰ জানুৱাৰী মাহৰ পৰা কাৰ্য্যকৰী হোৱা এই আইনৰ নিৰ্দেশ মতেই "অসম মাধ্যমিক শিক্ষা পৰিষদ" গঠিত হয় আৰু এই পৰিষদে মাধ্যমিক শিক্ষাৰ নিয়ন্ত্ৰন, পৰিদৰ্শন, উন্নয়ন ইত্যাদিৰ সমস্ত দায়িত্ব গ্ৰহণ কৰে। ১৯৭[illegible] চনত এই আইনৰ কিছু সংশোধনী কৰি এজন পূৰ্ণ পৰ্য্যায়ৰ চেয়াৰমেনৰ নিযুক্তি দিয়াৰ আৰু পাঠ্যক্ৰমৰ কিছু সালসলনি কৰাৰ সিদ্ধান্ত লোৱা হয়। ১৯৬১-৬২ চনত অসম চৰকাৰে ৫০,০০০ আৰু ১৯৬২-৬৩ চনত ৩০,০০০ টকা অনুদান এই পৰিষদক দিছিল। ১৯৬২ চনত পৰিষদে পোন প্ৰথমবাৰৰ কাৰণে উচ্চতৰ মাধ্যমিক শিক্ষান্ত পৰীক্ষা আৰু ১৯৬৪ চনত মাধ্যমিক শিক্ষান্ত



পৰীক্ষা পাতে। তলত কেইবছৰমানৰ উচ্চতৰ মাধ্যমিক পৰীক্ষাৰ ফলাফল দিয়া হ'ল—

| বছৰ | মুঠ পৰীক্ষাৰ্থী | পাছকৰা শিক্ষাৰ্থী | শতকৰা পাছৰ হাৰ |
|---|---|---|---|
| ১৯৬৩ | ৯৭৬ | ৫৩৮ | ৫৫·১ |
| ১৯৬৩ | ১৫৪৮ | ৭৮৪ | ৫০·৬ |
| ১৯৬৪ | ১৯১৫ | ৮০৯ | ৪২·২ |
| ১৯৬৫ | ২৫৬৬ | ১০৩৮ | ৪০·২ |

১৯৭৩-৭৪ চনৰ পৰা অসমৰ বিশ্ববিদ্যালয় দুখনে প্ৰাক্ বিশ্ববিদ্যালয় শ্ৰেণী এবছৰৰ পৰা দুবছৰ কৰে। ইয়াৰ লগত সঙ্গতি ৰাখি মাধ্যমিক পৰিষদেও উচ্চতৰ মাধ্যমিক স্তৰৰ শিক্ষাকাল পুৰণি চাৰিবছৰৰ ঠাইত দুবছৰীয়া কৰিবলৈ সিদ্ধান্ত লয়। কোঠাৰী আইনৰ পৰামৰ্শমতে দেশত সম্প্ৰতি নতুন শিক্ষানীতি প্ৰবৰ্ত্তিত হৈছে। সমগ্ৰ দেশতে ১০+২+৩ শিক্ষা গাথনি গ্ৰহণ কৰাৰ লগে লগে অসমৰো সকলো স্কুলতে +২ টো অন্তৰ্ভুক্ত কৰাৰ ওপৰত গুৰুত্ব দিয়া হৈছে আৰু ইতিমধ্যে নতুন পাঠ্যক্ৰমো প্ৰবৰ্ত্তিত হৈছে।

অসমৰ মাধ্যমিক স্কুলৰ সংখ্যা বৃদ্ধি হোৱাটো এটি বিশেষ লক্ষ্য কৰিব লগীয়া বিষয়। ১৯৭৪ চনৰ শেষত অসমৰ স্বীকৃতিপ্ৰাপ্ত হাইস্কুলৰ সংখ্যা আছিল ৮৩০ খন। যোৱা তিনিবছৰত ১৭০ খন হাইস্কুলে স্বীকৃতি লাভ কৰিছে আৰু ১৫৭ খনে একাদশ আৰু দ্বাদশ শ্ৰেণী খুলিবলৈ অনুমতি পাইছে। সেইদৰেই সম্প্ৰতি অসমত স্বীকৃতিপ্ৰাপ্ত হাইমাদ্ৰাচাৰ সংখ্যা ১৮ খন। ১৯৭৬ চনৰ শেষত অসমৰ উচ্চতৰ মাধ্যমিক স্কুলৰ সংখ্যা হয়গৈ ৭২ খন।

১৯৭৭ চনৰ ভিতৰত অসম চৰকাৰে ৰাজ্যৰ ঘাটি মঞ্জুৰী প্ৰাপ্ত মাধ্যমিক, উচ্চ মাধ্যমিক আৰু উচ্চতৰ মাধ্যমিক স্কুলবোৰ চৰকাৰী কৰিবলৈ সিদ্ধান্ত লয়। সেইমতে ১৯৭৭ চনৰ এক অক্টোবৰৰ পৰা এনেবোৰ স্কুল চৰকাৰী কৰা হৈছে। এনেবোৰ স্কুলৰ সংখ্যা হ'ল ২৪০১ খন। ইয়াৰে ৪৬ খন উচ্চতৰ মাধ্যমিক, ৬৮৮ খন উচ্চ মাধ্যমিক আৰু উচ্চ মাদ্ৰাচা আৰু ১৬৬৭ খন মজলীয়া

স্কুল। ইয়াৰ উপৰিও আন কেইটিমান উল্লেখযোগ্য ঘটনা হ'ল ৩০ খন উচ্চ মাধ্যমিক স্কুল উচ্চতৰ মাধ্যমিক স্কুললৈ উন্নীত কৰণ, ৭২২ খন মঞ্জুৰীয়া স্কুল আৰু ৭১ খন হাইস্কুলক তদৰ্থ স্কুলৰ পৰা ঘাটি মঞ্জুৰীলৈ অনা আৰু ৩০ খন হাইস্কুলত উচ্চ মাধ্যমিক শ্ৰেণী আৰম্ভ কৰাৰ সিদ্ধান্ত গ্ৰহণ। তলত দিয়া সাৰনীৰপৰা বৰ্তমান অসমৰ মাধ্যমিক স্কুল আৰু ছাত্ৰসংখ্যাৰ তথ্য পোৱা যায়।

**বিভিন্ন মাধ্যমিক স্কুল আৰু ছাত্ৰসংখ্যা**

| বছৰ | স্কুলৰ সংখ্যা | ছাত্ৰসংখ্যা |
|---|---|---|
| ১৯৭২ ৭৩ | ৪৬৪৩ | ৮০৬৩২৫ |
| ১৯৭৩-৭৪ | ৪৩২৫ | ৮৩৩৬৮৯ |
| ১৯৭৪-৭৫ | ৪৯৬১ | ৮৬২০২১ |

১৯৭৩ চনৰ পৰা কোঠাৰী আয়োগৰ পৰামৰ্শমতে অসমত ১২ বছৰীয়া স্কুলীয়া *পাঠ্যক্ৰম প্ৰবৰ্তিত* হৈছে। এই পাঠ্যক্ৰম অনুযায়ী শিক্ষাদান কৰা স্কুলৰ মুঠ সংখ্যা হ'ল ৬৩ খন। মাধ্যমিক শিক্ষাবোৰ্ডে কলেজৰ দুবছৰীয়া প্ৰাক্-বিশ্ববিদ্যালয় শ্ৰেণীৰ দৰে উচ্চতৰ মাধ্যমিক স্কুলৰ শিক্ষা কাল ১২ বছৰলৈ বঢ়াই দি সেইমতে পাঠ্যক্ৰম যুগুত কৰিছে।

## মাধ্যমিক শিক্ষাৰ সমস্যা ( **Problems of secondary education** ) ঃ

মাধ্যমিক শিক্ষা আয়োগৰ নিৰ্দেশমতে অসমৰ ১৯ খন স্কুললৈ উচ্চমাধ্যমিক আৰু বহুমুখী স্কুললৈ উন্নীত কৰা হৈছিল যদিও কাৰ্য্যক্ষেত্ৰত কিন্তু এই স্কুলসমূহে মাধ্যমিক শিক্ষাৰ ক্ষেত্ৰত সংস্কাৰ সাধনা কৰি নতুন ভাবে গঢ় দিয়া কাৰ্য্যত ব্যৰ্থতা বৰণ কৰিব লগীয়া হৈছিল। ইয়াৰ প্ৰধান কাৰণ হ'ল—

(১) বহুমুখী স্কুলবোৰত অষ্টমশ্ৰেণীৰ শেষত ( ১৪ + বয়সত ) শিক্ষাৰ্থীয়ে নিজ ইচ্ছানুযায়ী কোনো এটি পাঠপ্ৰবাহ নিৰ্বাচন কৰি লব পাৰে। এই কথা নকলেও হব যে শিক্ষাৰ্থীৰ ভৱিষ্যত বৃত্তিৰ প্ৰকৃতিও এই নিৰ্বাচনৰ দ্বাৰা নিৰ্ধাৰিত হয়। কিন্তু ইমান কোমল বয়সীয়া শিক্ষাৰ্থীয়ে নিজৰ ভৱিষ্যত বৃত্তি সম্পৰ্কে নিৰ্দেশ দিয়াতো কিমানদূৰ মনোবিজ্ঞান সন্মত সেই বিষয়ে সন্দেহৰ স্থল আছে।



(২) দ্বিতীয়তে, বিষয় নিৰ্বাচন কৰাৰ ক্ষেত্ৰত শিক্ষাৰ্থীৰ প্ৰয়োজনীয় উপদেশ দিবলৈ ইয়াত কোনো মনোবিজ্ঞানভিত্তিক পদ্ধতিৰ প্ৰচলন হোৱা নাই; গতিকে শিক্ষাৰ্থীৰ শক্তি সামৰ্থ্য ৰুচি অভিৰুচিতকৈ বিষয় নিৰ্বাচনৰ ক্ষেত্ৰত মাক দেউতাকৰ ইচ্ছা আকাঙ্খা, পছন্দ অপছন্দ আৰু চাকৰিৰ সা-সুবিধা ইত্যাদি কথাই হে অগ্ৰাধিকাৰ পায়।

(৩) তৃতীয়তে, যদিও শিক্ষাৰ্থীৰ বুদ্ধি বৃত্তি আৰু আগ্ৰহ অনুযায়ী বিভিন্ন ধৰণৰ বিভাগ খোলাৰ কথা ঘোষণা কৰা হৈছিল, কাৰ্য্যক্ষেত্ৰত অৰ্থৰ অনাটনৰ কাৰণে মাত্ৰ সুনিৰ্দিষ্ট কেইটিমান বিভাগ খুলিয়েই সন্তুষ্ট থাকিবলগীয়া হৈছিল। গতিকে বিভিন্ন বুদ্ধি আৰু ৰুচিৰ ছাত্ৰৰ কাৰণে বিশেষ সুবিধা হোৱা নাছিল।

(৪) চতুৰ্থতে, এনেবোৰ স্কুলৰ বিষয়সূচী বাস্তৱধৰ্মী আৰু শিক্ষাৰ অভিজ্ঞতা জীৱন ভিত্তিক কৰাৰ যি উদ্দেশ্য ঘোষিত হৈছিল সি সম্পূৰ্ণভাবে ব্যৰ্থ হোৱা দেখা গৈছিল। কিয়নো প্ৰত্যক্ষ অভিজ্ঞতাৰ পৰা জ্ঞান অৰ্জনৰ কাৰণে সামাজিক অনুষ্ঠান নাইবা শিল্প অনুষ্ঠানৰ লগত স্কুলত কোনো সম্পৰ্ক নাছিল।

(৫) পঞ্চমতে, মাধ্যমিক শিক্ষাক কৰ্মকেন্দ্ৰিক কৰাৰ উদ্দেশ্যও বিফল হৈছে। কিয়নো যদিও এটা বিশেষ শিল্পক বাধ্যতামূলক বিষয় হিচাপে পাঠ্যসূচীত অন্তৰ্ভুক্ত কৰা হৈছে তথাপি কৰ্মকেন্দ্ৰিক বা সক্ৰিয়তা ভিত্তিক পাঠ্যক্ৰম বুলিলে যি বুজায় ই সেইটো নহয়। আনকথাত জ্ঞানমূলক অভিজ্ঞতা আৰু কৰ্মমূলক অভিজ্ঞতাৰ মাজত কোনো যোগসূত্ৰ স্থাপন হোৱা নাই।

(৬) মাধ্যমিক শিক্ষাব্যৱস্থা পৰীক্ষাৰ দ্বাৰা অতিমাত্ৰাই প্ৰভাৱান্বিত বুলি আয়োগে যি অভিমত দিছিল বৰ্তমান ব্যৱস্থাতো তাক অপসৰণ কৰিব পৰা হোৱা নাই। এনে স্কুল সমূহেও শিক্ষাদানৰ ক্ষেত্ৰত পৰীক্ষাৰ প্ৰস্তুতিৰ ওপৰতে জোৰ দিয়া দেখা গৈছে।

(৭) বহুমুখী স্কুলত বিজ্ঞান, কাৰিকৰী বাণিজ্যমূলক ইত্যাদি বিভিন্ন ধৰণৰ পাঠপ্ৰবাহ খোলাৰ কাৰণে আয়োগে পৰামৰ্শ দিছিল। কিন্তু ইয়াৰ কাৰণে প্ৰচুৰ ঘৰ দুৱাৰ, পৰীক্ষাগাৰ, যন্ত্ৰাগাৰ, শিক্ষকৰ প্ৰয়োজন। কিন্তু অৰ্থনৈতিক দুৰৱস্থাৰ কাৰণে এই পৰিকল্পনাক বাস্তৱত ৰূপায়িত কৰাতো বৰ কঠিন কাম, গতিকে বেচি ভাগ স্কুলতে দুই বা তিনিটাৰ বেচি পাঠ প্ৰবাহ খোলা হোৱা নাই।

(৮) বহুমুখী আৰু উচ্চতৰ মাধ্যমিক স্কুলৰ লগতে পুৰণি গতানুগতিক দহ বছৰীয়া হাইস্কুলবোৰে আগৰ দৰেই অপৰিবৰ্তিত অৱস্থাতে কাম চলাই আছে। গতিকে মাধ্যমিক শিক্ষাৰ স্তৰত এই দুই ধৰণৰ স্কুলৰ অস্তিত্বৰ ফলত নানা খেলিমেলি আহি পৰিছে।

(৯) মাধ্যমিক স্কুলৰ ক্ষেত্ৰত আন এটি সমস্যা হ'ল বিভিন্ন বিষয়ৰ কাৰণে উপযুক্ত অৰ্হতা আৰু প্ৰশিক্ষণ প্ৰাপ্ত শিক্ষকৰ নাটনি। দৰমহা কম হোৱা কাৰণে যোগ্যতা থকা লোকে চৰকাৰী চাকৰিতহে বেছি গুৰুত্ব দিয়ে। গতিকে বিশেষধৰ্মী বিষয়বোৰ শিকাবৰ কাৰণে শিক্ষকৰ অভাৱ ঘটাত বহু স্কুলে এনে বিষয়ৰ প্ৰবৰ্তন কৰিব পৰা নাই।

(১০) নিৰ্বাচিত বিষয় সূচীৰ অপৰিহাৰ্য্য অঙ্গ হিচাপে সহপাঠ্যক্ৰমৰ ব্যৱস্থা কৰিবলৈ বোৰ্ডে স্কুলবোৰক নিৰ্দ্দেশ দিছিল যদিও ঠাই আৰু অন্যান্য সুবিধাৰ অভাৱত স্কুলবোৰে এনে আঁচনি কাৰ্য্যত পৰিণত কৰিব পৰা নাই।

(১১) শিক্ষাকাৰ্য্যৰ সফলতা বহুলাংশে নিৰ্ভৰ কৰে অৰ্হতা সম্পন্ন শিক্ষক মণ্ডলীৰ ওপৰত। কিন্তু অসমৰ মাধ্যমিক স্কুলবোৰৰ এটি প্ৰধান সমস্যাৰূপে দেখা দিছিল প্ৰশিক্ষণ প্ৰাপ্ত শিক্ষকৰ অভাৱে। কোনো স্কুলত প্ৰশিক্ষণ প্ৰাপ্ত শিক্ষক থাকিলেও অভিভাবক বা কৰ্তৃপক্ষ সকলোৱে পৰীক্ষাৰ ফলাফলৰ ওপৰত অধিক গুৰুত্ব দান কৰাৰ কাৰণে এনে চামৰ শিক্ষকে প্ৰশিক্ষণ কালত আয়ত্ত কৰা নতুন শিক্ষানীতি আৰু প্ৰণালীৰ জ্ঞান পৰীক্ষামূলক ভাৱে শ্ৰেণীত আৰম্ভ কৰিবলৈ সুচল নাপাইছিল।

(১২) ঘৰ দুৱাৰ সা-সজুলিৰ অভাৱ ঃ—ছাত্ৰ সংখ্যা অনুপাতে বহামেলা খেলাধূলা কৰাৰ কাৰণে ঠাইৰ অভাৱ আৰু অন্যান্য সুবিধা যেনে জিৰণি কোঠা, পুথিভঁৰাল ইত্যাদিৰ অভাৱ হ'ল মাধ্যমিক শিক্ষাৰ আন এটি প্ৰধান সমস্যা।

(১৩) প্ৰাথমিক শিক্ষাৰ দৰেই মাধ্যমিক স্তৰতো অপচয় আৰু অনুন্নয়ন হ'ল এটি উল্লেখযোগ্য সমস্যা। মাধ্যমিক শিক্ষাবোৰ্ডে চলোৱা স্কুল শিক্ষান্ত পৰীক্ষাৰ ফলাফল চালেই কথাৰ প্ৰমাণ পোৱা যায়।

ছাত্ৰৰ আভ্যন্তৰীণ কৃতিত্ব, শ্ৰেণীৰ কামকাজ আৰু স্কুলত অভিলেখ ৰখাৰ ব্যৱস্থা ব্যাপক নোহোৱা বাবে বাহ্যিক পৰীক্ষাৰ ওপৰত এতিয়াও অধিক গুৰুত্ব দি থকা হৈছে।



(১৪) মাধ্যমিক স্তৰৰ আন এটি সমস্যা হ'ল প্ৰশিক্ষণ প্ৰাপ্ত আৰু প্ৰশিক্ষণ নোপোৱা শিক্ষকৰ মাজত থকা বিৰাট ব্যৱধান। অসমত প্ৰশিক্ষণ কলেজ-বোৰৰ সংখ্যা বহুগুণে বাঢ়িছে সচা কিন্তু চাহিদা অনুপাতে এই কলেজবোৰে প্ৰশিক্ষণ প্ৰাপ্ত শিক্ষকৰ যোগান ধৰিব পৰা নাই। ই মাধ্যমিক শিক্ষাৰ গুণগত মান উন্নীত কৰাৰ ক্ষেত্ৰত হেঙাৰৰ সৃষ্টি কৰিছে বুলি শিক্ষাবিদ-সকলৰ মত।

(১৫) ভাষা সমস্যা হ'ল মাধ্যমিক শিক্ষাৰ আন এটি আহুকলীয়া সমস্যা।

এই সম্পৰ্কে এতিয়াও এটা স্থিৰ সিদ্ধান্তত উপনীত হব নোৱাৰাটো দুখৰ বিষয়।

(১৬) শিক্ষকৰ চাকৰি আকৰ্ষণীয় নোহোৱাৰ কাৰণে উপযুক্ত আৰু অৰ্হতাসম্পন্ন লোক এই চাকৰিলৈ নাহে। ফলত অনুপযুক্ত লোকৰ হাতত পৰি শিক্ষাৰ মানদণ্ডৰ বহুত অৱনতি ঘটিছে।

(১৭) ল'ৰা-ছোৱালী উভয়ৰে কাৰণে নিজ নিজ ৰুচি অভিৰুচী অনুসৰি কৰি লব পৰা ঐচ্ছিক বিষয়ৰ অভাৱ হ'ল আমাৰ মাধ্যমিক স্কুলবোৰৰ আন এটি সমস্যা।

## প্ৰশ্ন

১। স্বাধীনতাৰ পিছত অসমৰ মাধ্যমিক শিক্ষাৰ ক্ষেত্ৰত হোৱা সম্প্ৰসাৰণৰ বিষয়ে আলোচনা কৰা।

Discuss about the expansion of secondary education in Assam after independence.

২। মাধ্যমিক শিক্ষাৰ সমস্যাবোৰ কি? সেই সমস্যা সমাধানৰ কাৰণে তুমি কি পৰামৰ্শ আগবঢ়োৱা?

What are the Problems of secondary education? What solution you would offer for the same?

৩। চমূটোকা লিখা ঃ—

(ক) মাধ্যমিক স্তৰত বৃত্তিমুখী শিক্ষা (খ) মাধ্যমিক শিক্ষাস্তৰত ভাষানীতি (গ) ১২ বছৰীয়া পাঠ্যক্ৰম (ঘ) শিক্ষক প্ৰশিক্ষণ।

Write short notes on :—

(a) Vocational education at the secondary stage
(b) Language Policy for secondary education
(c) Twelve years' course (d) Training of teachers.

———

# ষষ্ঠ অধ্যায়

## অসমৰ উচ্চ শিক্ষা

**( Higher Education in Assam )**

অসমৰ উচ্চ শিক্ষাৰ ইতিহাস এই শতিকাৰ পৰাহে ৰচিত হৈছিল যদিও মুষ্ঠিমেয় কিছু সংখ্যক অসমীয়া ছাত্ৰই ইয়াৰ আগৰ শতিকাতো এনে শিক্ষাৰ সুযোগ লাভ কৰিছিল। ইংৰাজৰ শাসনাধীন হোৱাৰ বহু বছৰ পিছলৈকে অসমত উচ্চ শিক্ষাৰ কোনো অনুষ্ঠান সংগঠন কৰাৰ থকা শাসক সকলে চিন্তা কৰা নাছিল। অৱশ্যে ৰাজনৈতিক আৰু অৰ্থনৈতিক কাৰণত কিছু সংখ্যক স্থানীয় যুবকক চৰকাৰী দপ্তৰত নিযুক্তি দিয়া আৰু তাৰ বাবে প্ৰয়োজনীয় শিক্ষাদীক্ষা দি তৈয়াৰী কৰাৰ প্ৰয়োজন তেওঁলোকে অনুভৱ নকৰাকৈ থকা নাছিল। সেই সময়ৰ গৰ্ভণৰ জেনেৰেলৰ এজেন্ট কৰ্ণেল হপ্‌কিনচনে ১৮৬৫ চনত বঙ্গচৰকাৰৰ ওচৰত অসমত এখন উচ্চ শিক্ষাৰ স্কুল পাতিবলৈ প্ৰস্তাব দাঙি ধৰিছিল। বঙ্গচৰকাৰেও এই প্ৰস্তাবত সন্মতি দান কৰাত ১৮৬৬ চনৰ পৰা "গৌহাটী চেমিনাৰী"ত ( বৰ্তমানৰ কটন কলেজিয়েট স্কুল ) কলেজ শ্ৰেণী খোলা হৈছিল। ১৮৭১ চনত এই স্কুলৰ মুঠ ছাত্ৰসংখ্যা ২৫৪ জনৰ ভিতৰত কলেজ বিভাগত ১৭ জন, আইন বিভাগত ১৫ আৰু বাকী খিনি আছিল স্কুল বিভাগত। কলেজীয়া শ্ৰেণীত থকা এই ১৭ জনৰ ভিতৰত ৪ জনে ১৮৭১ চনত পাছ কৰে। কিন্তু দুখৰ বিষয় ১৮৭৬ চনৰ পৰা গৌহাটী চেমিনাৰীৰ পৰা এই শ্ৰেণীটো তুলি দিয়া হৈছিল। ইয়াৰ প্ৰধান কাৰণবোৰ হ'ল—(১) অত্যধিক ব্যয় (২) বিশ্ববিদ্যালয়ৰ পৰীক্ষাত ছাত্ৰৰ নিকৃষ্ট ফলাফল ইত্যাদি।

অসমত কলেজ পাতি অসমীয়া ছাত্ৰক উচ্চ শিক্ষা দিয়াতকৈ শিক্ষা আৰু সংস্কৃতিত আগবঢ়া কলিকতাত ৰাখি শিক্ষা দিলেহে সেই শিক্ষা অধিক ফলপ্ৰসু হব বুলি শাসক সকলে বিবেচনা কৰিছিল। চাৰ চাৰ্লচ ইলিয়টে অসমীয়া ছাত্ৰক কুৰিটকীয়া একোটা বৃত্তি দি কলিকতাত উচ্চ শিক্ষা লাভ কৰাৰ সুবিধা দান কৰাৰ ক্ষেত্ৰত সিদ্ধান্ত কৰাটো এই খিনিতে উল্লেখযোগ্য।

১৮৮২ চনৰ পৰা ১৮৯৯ চনলৈ ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰা এনে বৃত্তি লাভ কৰা সকলো ধৰণৰ ছাত্ৰৰ সংখ্যা নিম্নোক্ত ধৰণৰ আছিল।

| বছৰ | বৃত্তি পোৱা ছাত্ৰৰ সংখ্যা |
|---|---|
| ১৮৮২ | ১২ |
| ১৮৮৫ | ১৭ |
| ১৮৮৮ | ২৩ |
| ১৮৯১ | ২৪ |
| ১৮৯৪ | ২২ |
| ১৮৯৭ | ৩৬ |
| ১৮৯৯ | ২৫ |

মাত্ৰ কুৰিটকীয়া বৃত্তিৰে সুদূৰ কলিকতাত থাকি সমুদায় খৰছ পত্ৰ চলাই পঢ়িবলগীয়া হোৱাত অসমীয়া ছাত্ৰৰ সন্মুখত নানা সমস্যাই দেখা দিছিল আৰু ক্ৰমে এনে বৃত্তি গ্ৰহণ কৰা ছাত্ৰৰ সংখ্যা হ্ৰাস পাই আহিছিল। গতিকে অসমতে এখন উচ্চ শিক্ষাৰ কলেজ স্থাপন কৰিবলৈ ৰাইজৰ দাবী উত্থাপিত হৈছিল।

ইয়াৰ পাছত ১৮৯২ চনত চিলেট জিলাত মুৰাৰীচাঁদ কলেজ নামৰ এখন কলেজ এগৰাকী স্থানীয় জমিদাৰৰ ব্যক্তিগত প্ৰচেষ্টাত স্থাপন কৰা হৈছিল। দেশ বিভাজনৰ পাছত পাকিস্থানত অন্তৰ্ভুক্ত হোৱা এই কলেজখনে ১৯১২ চনত চৰকাৰী কলেজ হিচাবে স্বীকৃতি লাভ কৰিছিল। ১৮৯৯ চনত পুনৰ অসমত এখন চৰকাৰী কলেজ প্ৰতিষ্ঠা কৰিবৰ কাৰণে প্ৰবল জনমত গঠিত হৈছিল আৰু শাসক সকলক এই সম্পৰ্কে হেচা দিয়া হৈছিল। উচ্চ শিক্ষাৰ এই আন্দোলনৰ গুৰি ধৰোতা আছিল স্বনামধন্য মাণিকচন্দ্ৰ বৰুৱা ডাঙৰীয়া। অসমীয়া ৰাইজৰ আন্তৰিক দাবী আৰু অসমীয়া ছাত্ৰৰ প্ৰকৃত প্ৰয়োজনৰ প্ৰতি সহাৰি জনাই অসমৰ সেই সময়ৰ চীফ কমিছনাৰ জন ষ্টেডমেন কটনে গুৱাহাটীত এখন কলেজ স্থাপন কৰিবলৈ সিদ্ধান্ত লয়। সেই মতে ১৮৯৯ চনৰ ২৯ চেপ্টেম্বৰ তাৰিখে "আসাম গেজেটত" কলেজ স্থাপন সম্পৰ্কে ঘোষণা কৰে। ইয়াৰ পাছত ১৯০১ চনৰ ১ মে তাৰিখে ৰাইজৰ বিপুল উছাহ উদ্দীপনাৰ মাজত চাৰ হেনৰী কটনৰ নামেৰে নামাকৰণ কৰি কটন কলেজৰ ভেটি স্থাপন কৰা হয়।



কলেজৰ প্ৰথম অধ্যক্ষৰূপে ফ্ৰেডাৰিক উইলিয়াম চুডমাৰ্চন চাহাব আৰু প্ৰথম অধ্যাপক হিচাপে নিম্নোক্ত ব্যক্তিসকলক লোৱা হৈছিল—

(১) ইন্দুভূষণ ব্ৰহ্মচাৰী—( অঙ্ক আৰু তৰ্কশাস্ত্ৰ )

(২) চুণিলাল দে –( পদাৰ্থ আৰু ৰসায়ন বিজ্ঞান )

(৩) পৰেশনাথ লাহিড়ী—( সংস্কৃত আৰু বুৰঞ্জী )

(৪) মৌলবী আবু নাছেৰ মহম্মদ ওহিদ –( আৰবী, পাৰ্ছি, হিন্দুস্থানী )

১৯০২ আৰু ১৯০৩ চনত হোৱা পৰীক্ষাৰ পাছৰ হাৰ আছিল ক্ৰমে শতকৰা ৪০ আৰু ৩১.৭। কটন কলেজ আৰু মুৰাৰীচাঁদ কলেজৰ পাঠ্যক্ৰমত অন্তৰ্ভুক্ত হোৱা বিষয়বোৰ আছিল—

১। **বিজ্ঞানৰ শাখা ঃ** { পদাৰ্থ বিজ্ঞান, ৰসায়ন বিজ্ঞান, অঙ্ক, উদ্ভিদ বিদ্যা।

২। **কলা শাখা ঃ** { ইংৰাজী, দৰ্শন, বুৰঞ্জী, আৰবী, পাৰ্চি, সংস্কৃত আৰু অসমীয়া।

১৯১৪ চনত স্থাপিত হোৱা আন এখন কলেজ হ'ল আৰ্ল ল কলেজ। ১৯৪৮ চনত এই কলেজখন অসম চৰকাৰে নিজৰ অধীনলৈ আনে। ব্ৰহ্মপুত্ৰ উপত্যকাত কটন কলেজ আৰু সুৰমা উপত্যকাত মুৰাৰীচাঁদ কলেজ, এই দুখন কলেজেই ১৯৩০ চনলৈকে অসমৰ উচ্চশিক্ষাৰ ঘাইকেন্দ্ৰ আছিল। ইয়াৰ পিচতহে এখন দুখনকৈ নিম্নোক্ত কলেজবোৰ প্ৰতিষ্ঠিত হৈছিল।

(১) যোৰহাটৰ জগন্নাথ বৰুৱা কলেজ ( ১৯৩১ )।

(২) হবিগঞ্জৰ বৃন্দাবন কলেজ ( ১৯৩১ )।

(৩) শিলচৰৰ গুৰু চৰণ কলেজ ( ১৯৩৫ )।

(৪) চিলং লেডী কীণ কলেজ ( ১৯৩৫ )।

অসমত কেইবাখনো কলেজ স্থাপিত হলেও সৰহভাগ ছাত্ৰই উচ্চশিক্ষাৰ্থে কটন কলেজতহে ভৰ্তি হোৱা দেখা গৈছিল। সেয়েহে এই কলেজৰ সংখ্যা দ্ৰুতগতিত বাঢ়ি আহি ১৯৩৬ চনত ৭৮৩ জন আৰু ১৯৪১ চনত ১০৪৫ জন হৈছিলগৈ। মহিলাসকলৰ উচ্চশিক্ষাৰ কেন্দ্ৰস্থল আছিল লেডী কীণ কলেজ। ১৯৩৭-৩৮ চনত অসমত মুঠতে ৯ খন কলেজ আছিল।

১৯৪৮ চনত দেশে স্বাধীনতা লাভ কৰাৰ পাছত অসমত সকলো প্ৰকাৰৰ কলেজৰ মুঠ সংখ্যা আছিল ১৮ খন আৰু তাৰ ভিতৰত কটন কলেজ আছিল একমাত্ৰ চৰকাৰী কলেজ। প্ৰথম পঞ্চবাৰ্ষিক পৰিকল্পনাৰ শেষত ২৪ খন আৰু দ্বিতীয় পঞ্চবাৰ্ষিক পৰিকল্পনাৰ শেষত অসমত কলেজৰ মুঠ সংখ্যা বাঢ়ি ৪১ খন

হৈছিলগৈ। সংখ্যাত বাঢ়িলেও বেচিভাগ কলেজতে বিজ্ঞান শিক্ষাৰ সুবিধা নাছিল আৰু বেচিভাগ কলেজ আছিল আৰ্টচ কলেজ। ১৯৪০ চনৰ আগতে কটন কলেজৰ বাহিৰে অসমৰ অন্য কোনো কলেজত বিজ্ঞান শিক্ষা দিয়াৰ সুবিধা নাছিল। ১৯৪৭ চনত ৯ খন কলেজত বিজ্ঞান শাখা খোলা হৈছিল। ১৯৬০ চনত বিজ্ঞান শিক্ষাৰ সুবিধা থকা কলেজৰ সংখ্যা হৈছিলগৈ ১৭ খন। অৱশ্যে গোটেইবোৰ কলেজতে ডিগ্ৰী পৰ্য্যন্ত বিজ্ঞান শাখা নাছিল আৰু সৰহ ভাগ কলেজে ইণ্টাৰ মিডিয়েটলৈহে বিজ্ঞান শাখা খুলিছিল। ইয়াৰ প্ৰধান কাৰণ হ'ল অৰ্থৰ নাটনি। বিজ্ঞান শাখাৰ কাৰণে আহলবহল কোঠালী, আসবাব, পুথি ভৰাল, অৰ্হতাসম্পন্ন শিক্ষক ইত্যাদিৰ প্ৰয়োজন। গতিকে বহু কলেজে বিজ্ঞান শাখা খুলিবলৈ সাহস কৰা নাছিল। গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হোৱাৰ পাছত কলেজৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। কিছুমান ঠাইত স্থানীয় লোকৰ দলাদলিৰ ফলত ওচৰা ওচৰিকৈ দুই তিনিখন কলেজ গঢ়ি উঠিল। উপযুক্ত ঘৰদুৱাৰ, সা-সৰঞ্জাম আৰু প্ৰয়োজনীয় শিক্ষাৰ অভাৱত এনে কলেজবোৰৰ শিক্ষাদীক্ষা বৰ নিম্নখাপৰ হৈছিল। ইয়াৰ ফলস্বৰূপে পৰীক্ষাত অকৃতকাৰ্য্য হোৱা পৰীক্ষাৰ্থীৰ সংখ্যা ক্ৰমাৎ বৃদ্ধি পাইছিল। বিশেষকৈ বেচৰকাৰী কলেজ সমূহৰ অৱস্থা অতিশয় শোচনীয় আছিল। যধে-মধে গঢ় লৈ উঠা এই কলেজবোৰৰ ওপৰত কিছু নিয়ন্ত্ৰণ প্ৰয়োগ কৰিবৰ কাৰণে গুৱাহাটী বিশ্ববিদ্যালয়ে কলেজ খোলাৰ ক্ষেত্ৰত কিছুমান নিয়ম প্ৰণয়ণ কৰিছিল। যেনে—এখন কলেজে বিশ্ববিদ্যালয়ৰ অনুমোদন পাবলৈ হলে তলৰ দাবীখিনি পূৰাব লাগিব।

(১) সেই অঞ্চলত কলেজ পতাৰ আৱশ্যকতা।

(২) কোন স্তৰলৈ বিশ্ববিদ্যালয়ৰ অনুমোদন প্ৰয়োজন।

(৩) কি কি বিষয় পঢ়োৱা হ'ব।

(৪) ওচৰৰ অঞ্চলত থকা কলেজৰ পৰা প্ৰস্তাবিত কলেজৰ দূৰত্ব আৰু সেই কলেজৰ শিক্ষাৰ্থীৰ সংখ্যা।

(৫) কলেজ পাতিব খোজা ঠাই আৰু কলেজ ঘৰৰ সম্পূৰ্ণ বিৱৰণ।

(৬) কলেজৰ আৰ্থিক অৱস্থা।

(৭) গ্ৰন্থাগাৰৰ ব্যৱস্থা কৰা।

(৮) বিজ্ঞান কলেজ বা শাখাৰ কাৰণে প্ৰয়োজনীয় পৰীক্ষাগাৰ আৰু মিউজিয়াম স্থাপন।



(৯) সেই অঞ্চলত থকা হাইস্কুলৰ সংখ্যা।

(১০) তিনিবছৰৰ হাইস্কুলৰ শিক্ষান্ত পৰীক্ষাৰ ফলাফল।

(১১) অন্যান্য কথা।

স্বাধীনতা লাভ কৰাৰ পাছত কলেজৰ সংখ্যা বঢ়াৰ লগত কলেজীয়া পাঠ্য-ক্ৰমৰ কলেবৰো বাঢ়িছিল। কলা আৰু বিজ্ঞানৰ গতানুগতিক বিষয়বোৰৰ বাহিৰেও গৃহবিজ্ঞান, সমাজবিজ্ঞান আদিৰদৰে কিছু নতুন বিষয় কোনো কোনো কলেজত খোলা হৈছে।

মাধ্যমিক শিক্ষা আয়োগৰ পৰামৰ্শমতে অসমৰ হাইস্কুলবোৰৰ পৰা পাছ কৰি অহা ছাত্ৰৰ কাৰণে কলেজবোৰত এবছৰীয়া প্ৰাক্ বিশ্ববিদ্যালয় আৰু তিনিবছৰীয়া ডিগ্ৰী শ্ৰেণীৰ কাৰণে নতুন পাঠ্যসূচী আৰু পাঠ্যপুস্তক ৰচনা কৰা হৈছিল। তেতিয়ালৈ এইটো স্তৰৰ মাধ্যম আছিল ইংৰাজী। কিন্তু বহু কাৰণত এই আঁচনি সাফল্যমণ্ডিত নহল। গতিকে ১৯৭২ চনৰ পৰা প্ৰাক্ বিশ্ববিদ্যালয় আৰু ডিগ্ৰী শ্ৰেণীও দুবছৰীয়া কৰা হয়। কটন কলেজত পদাৰ্থ বিজ্ঞান আৰু আৰ্য্যবিদ্যা পীঠ কলেজত অঙ্কৰ স্নাতকোত্তৰ শ্ৰেণী খোলাটোও এটি উল্লেখযোগ্য কথা। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধীনত কানৈ কলেজত সংস্কৃত, কানৈ বাণিজ্য কলেজত বাণিজ্য, শিৱসাগৰ কলেজ আৰু যোৰহাটৰ জগন্নাথ বৰুৱা কলেজত অসমীয়াৰ স্নাতকোত্তৰ শ্ৰেণী খোলা হৈছিল। ১৯৭৩-৭৪ চনৰপৰা কটন কলেজত ৰসায়ণ বিজ্ঞান, উদ্ভিদবিদ্যা, জীৱবিদ্যা আৰু অঙ্কশাস্ত্ৰত স্নাতকোত্তৰ শ্ৰেণী খোলা হয়। কিন্তু ১৯৭৭ ৰ পৰা পদাৰ্থ বিজ্ঞানৰ বাহিৰে অন্য বিষয়ৰ স্নাতকোত্তৰ শ্ৰেণী বন্ধ কৰা হৈছে। সম্প্ৰতি কটন কলেজ ছাত্ৰ সংখ্যা বাঢ়ি প্ৰায় দুহেজাৰ হোৱাটো উল্লেখযোগ্য। অসম চৰকাৰে জোৱাই, তুৰা (এতিয়া মেঘালয়ত), ডিফু আৰু আইজালত (মিজোৰাম) একোখনকৈ চৰকাৰী কলেজ স্থাপন কৰিছিল। বৰ্তমানে অসমত তিনিখন বিশ্ববিদ্যালয়ৰ অধীনত বহুতো কলেজ অন্তৰ্ভুক্ত হৈ কাৰ্য্য পৰিচালনা কৰি আছে। তলত ১৯৭৭ চনলৈ তালিকাভুক্ত কলেজ সমূহৰ চমু পৰিচয় দিয়া হ'ল।

(কিতাপৰ শেষত দিয়া বিৱৰণ দ্ৰষ্টব্য)

১। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনস্থ কলেজ—১২৮ খন।

২। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধীনস্থ কলেজ—৪১ খন।

৩। কৃষি বিশ্ববিদ্যালয়ৰ অধীনস্থ কলেজ—২ খন।

১৯৭৭-৭৮ চনৰ ভিতৰত কলেজীয়া শিক্ষাৰ ক্ষেত্ৰত অসম চৰকাৰে লোৱা সিদ্ধান্ত সমূহৰ ভিতৰত কিছু সংখ্যক ঘাটি মঞ্জুৰী নোপোৱা কলেজক ঘাটি

মঞ্জুৰী দানৰ ব্যৱস্থাকৰণ, ৰাজ্যৰ ৩৪ খন ভেঞ্চাৰ কলেজৰ আধাখিনিক তদৰ্থ মঞ্জুৰী দানৰ ব্যৱস্থা কৰা ইত্যাদিয়ে প্ৰধান। তলৰ সাৰনীত অসমৰ কলেজীয়া শিক্ষাৰ প্ৰসাৰতা সম্পৰ্কে তথ্য ডাঙি ধৰা হ'ল। ইয়াত অন্তৰ্ভুক্ত কলেজৰ ভিতৰত সাধাৰণ শিক্ষাৰ উপৰিও বৃত্তিমূলক কলেজকো ধৰা হৈছে।

অসমৰ কলেজৰ সংখ্যা

| বছৰ | কলেজৰ সংখ্যা |
|---|---|
| ১৯৪৭-৪৮ | ১৮ |
| ১৯৫২-৫৩ | ২১ |
| ১৯৫৭-৫৮ | ৩৬ |
| ১৯৬২-৬৩ | ৫৩ |
| ১৯৬৮-৬৯ | ৯৪ |
| ১৯৭২-৭৩ | ১৩৩ |
| ১৯৭৩-৭৪ | ১৩৫ |
| ১৯৭৪-৭৫ | ১৫৭ |

উচ্চ শিক্ষাৰ অনুষ্ঠানৰ সংখ্যা বাঢ়ি অহাৰ উপৰিয়ো আন এটি বিশেষ মনকৰিবলগীয়া কথা হ'ল উপৰোক্ত সময় ছোৱাৰ ভিতৰত উচ্চ শিক্ষাৰ ছাত্ৰ সংখ্যাৰ দ্ৰুত সংখ্যা বৃদ্ধি। ইয়াৰ ফলশ্ৰুতি হিচাবে অসমত কলা, বিজ্ঞান, বাণিজ্য আদি বিভিন্ন বিষয়ত স্নাতক সংখ্যাও বাঢ়ি আহে। তলৰ সাৰনীত অসমৰ এই বৰ্দ্ধিত স্নাতকৰ তথ্যপাতি দিয়া হ'ল—

স্নাতকৰ সংখ্যা বৃদ্ধিৰ গতি ঃ

| পৰীক্ষা | ১৯৫১-৫২ | ১৯৫৪-৫৫ | ১৯৫৮-৫৯ | ১৯৬৮-৬৯ |
|---|---|---|---|---|
| B.A. | ৩৬৪ | ৫৪৮ | ১০১৭ | ৯৯০৫ (D.U.)<br>৩৪১০ (G.U.) |
| B. Com | ৯৪ | ৬২ | ১১৮ | ৯০ (D.U.)<br>২৩৯ (G.U.) |
| B. Sc. | ৮০ | ১০৭ | ১৭৭ | ২৭৮ (D.U.)<br>৯৩৩ (G.U.) |
| B. Com (Hon) | ৭ | ৬ | ১২ | ৭ (D.U.)<br>১৬ (G.U.) |
| B.A. (Hon) | ৪২ | ৬৭ | ১১৮ | ৯০ (D.U.)<br>৪২৫ (G.U.) |
| B. Sc. (Hon) | ৩২ | ৪৬ | ৭৪ | ২২ (D.U.)<br>২৭২ (G.U.) |



## বিশ্ববিদ্যালয়ৰ শিক্ষা

ইংৰাজ আমোলত অসমত কোনো বিশ্ববিদ্যালয় স্থাপিত হোৱা নাছিল। ১৯১৪ চনত কটন কলেজত ইংৰাজীৰ এম. এ শ্ৰেণী খোলা হৈছিল যদিও আৰ্থিক সমস্যাৰ কাৰণে ইয়াক ১৯৩৩ চনত তুলি দিয়া হয়। ১৯৪৮ চনৰ ২৬ জানুৱাৰী তাৰিখে ৰাইজৰ বিপুল উলহমালহৰ মাজত অসমৰ প্ৰথম বিশ্ববিদ্যালয়খন গুৱাহাটীত স্থাপিত হয়। সেয়েহে ইয়াক গুৱাহাটী বিশ্ববিদ্যালয় বুলি নামাকৰণ কৰা হৈছিল। গুৱাহাটী বিশ্ববিদ্যালয়ে শিক্ষাদান কৰা, বিভিন্ন পৰীক্ষা চলোৱা, কলেজক স্বীকৃতিদান কৰা আদি বিভিন্ন কাৰ্য্য প্ৰথমৰ পৰাই সম্পাদনা কৰি আহিছে। আংশিক ভাৱে এই বিশ্ববিদ্যালয়খন এখন আবাসিক বিশ্ববিদ্যালয়। প্ৰথম অৱস্থাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত ১৭ খন কলেজ ৮টা স্নাতকোত্তৰ বিভাগ, ১৩টা স্নাতক বিভাগ আৰু এটি আইন বিভাগ আছিল। তেতিয়া অসম, নাগালেণ্ড আৰু মনিপুৰৰ সকলো হাইস্কুল আৰু কলেজ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত আছিল। বিশ্ববিদ্যালয়ৰ শাসনযন্ত্ৰ নিয়োক্ত সকলেৰে গঠিত হৈছে।

(১) চেঞ্চেলাৰ (Chancllor) (২) ভাইচ চেঞ্চেলাৰ (Vice Chancellor) (৩) কোৰ্ট ( Court ) (৪৷ এক্সিকিউটিভ কাউন্সিল ( Executive council ) (৫) একাডেমিক কাউন্সিল ( Academic council ) (৬) ৰেজিষ্ট্ৰাৰ ( Registrar ) (৭) ট্ৰেজাৰাৰ ( Treasurer) (৮) ফেকালিটজ (Faculties) (৯) ষ্টেনদিং ফাইনেন্স কমিটি (Standing Finance Committee) ইত্যাদি।

অসমৰ ৰাজ্যপাল গৰাকী বিশ্ববিদ্যালয়ৰ চেঞ্চেলাৰ পদত থাকে। বিশ্ববিদ্যালয় কোৰ্টৰ পৰামৰ্শ মতে চেঞ্চেলাৰে তিনিবছৰৰ কাৰণে ভাইচ চেঞ্চেলাৰক নিযুক্ত কৰে।

১৯৬৫ চনত ডিব্ৰুগড়ৰ পৰা ৩ মাইল আতৰত ৰজাভেটা নামে ঠাইত অসমৰ দ্বিতীয়খন বিশ্ববিদ্যালয় পতা হৈছিল। এই বিশ্ববিদ্যালয়েও বিভিন্ন বিষয়ত শিক্ষাদান কৰা, কলেজক স্বীকৃতি দিয়া, পৰীক্ষা চলোৱা আদি কাম চলায়। ১৯৭৩ চনত পাৰ্বত্য বিশ্ববিদ্যালয় হোৱাৰ পাছত মেঘালয়, মিজোৰাম, নাগালেণ্ড আৰু অৰুনাচল প্ৰদেশৰ কলেজবোৰ সেই বিশ্ববিদ্যালয়ৰ তললৈ যায়। ১৯৬৮ চনত যোৰহাটৰ কৃষি কলেজখন উন্নীত কৰি এখন বিশ্ববিদ্যালয়ত পৰিণত কৰা হৈছিল। এই বিশ্ববিদ্যালয়ৰ ঘাই কাৰ্য্যালয়

হ'ল যোৰহাটৰ বৰভেটাত আৰু ইয়াৰ অধীনত থকা কলেজ দুখন হ'ল যোৰহাট কৃষি কলেজ আৰু গুৱাহাটীৰ পশু চিকিৎসা কলেজ।

তলত গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধীনত থকা স্নাতকোত্তৰ বিভাগবোৰ দিয়া হ'ল।

**গুৱাহাটী বিশ্ববিদ্যালয় ঃ**

কলা

১। অসমীয়া
২। আৰবী
৩। ইংৰাজী
৪। বঙলা
৫। হিন্দী
৬। শিক্ষা
৭। সংস্কৃত
৮। অৰ্থনীতি
৯। ৰাজনীতি বিজ্ঞান
১০। বুৰঞ্জী
১১। পাৰ্চী
১২। দৰ্শন
১৩। বাণিজ্য
১৪। আইন

বিজ্ঞান

১। উদ্ভিদ বিদ্যা
২। কৃষি উদ্ভিদ
৩। ভূগোল
৪। গণিত
৫। পৰিসংখ্যা
৬। নৃতত্ত্ব
৭। ৰসায়ন
৮। ভূবিদ্যা
৯। পদাৰ্থবিদ্যা
১০। জীৱবিদ্যা

**ডিব্ৰুগড় বিশ্ববিদ্যালয় ঃ**

কলা

১। অসমীয়া
২। অৰ্থনীতি
৩। ইংৰাজী
৪। বুৰঞ্জী
৫। ৰাজনীতি বিজ্ঞান
৬। সমাজ বিজ্ঞান
৭। আইন

বিজ্ঞান

১। গণিত
২। নৃতত্ত্ব
৩। ৰসায়ন
৪। পদাৰ্থবিদ্যা
৫। প্ৰয়োগিক ভূবিদ্যা
৬। পৰিসংখ্যা
৭। পেট্ৰোলিয়াম টেক্‌নলজি

ডিগ্ৰীৰ বাহিৰেও বিভিন্ন বিষয়ত ডিপ্লোমা আৰু চাৰ্টিফিকেট দিয়াৰ ব্যৱস্থা



দুয়োখন বিশ্ববিদ্যালয়তে আছে। তলত গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে চলোৱা বিভিন্ন পৰীক্ষাৰ তালিকাখন দিয়া হ'ল—

**গুৱাহাটী**

১। M. A
২। M. Sc.
৩। M. Sc. ( Agri )
৪। M. Com
৫। B. A.
৬। B. Sc.
৭। B. Com.
৮। L. L. B.
৯। B. T.
১০। B. E.
১১। M. B. B. S
১২। B. Lib. Sc.
১৩। M. D. & M. S.

**ডিব্ৰুগড়**

১। M. A
২। M. Sc.
৩। B. A.
৪। B. Sc.
৫। B. Com
৬। L. L. B.
৭। B. T.
৮। B. E.
৯। M. B. B. S.
১০। M. D. & M. S.

গবেষণা কাৰ্য্যৰ কাৰণে তিনিওখন বিশ্ববিদ্যালয়তে পি. এইচ. ডি. আৰু ডি. লিট ডিগ্ৰী দিয়াৰ ব্যৱস্থা আছে। গুৱাহাটী বিশ্ববিদ্যালয়ে ইংৰাজী আৰু ভূগোলৰ শিক্ষাদান প্ৰণালী, জাৰ্নেলিজম্, পৰিসংখ্যাৰ ডিপ্লোমা কোৰ্চ, আৰু কেইটিমান বিদেশী ভাষাত চাৰ্টিফিকেট দিয়াৰ ব্যৱস্থা কৰে। ১৯৫১-৫২, ১৯৫৪-৫৫ আৰু ১৯৫৮-৫৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা এম. এ., এম. এচচি, আৰু এম. কম পাছ কৰা ছাত্ৰৰ সংখ্যা তলত দেখুৱা হ'ল—

| পৰীক্ষা | ১৯৫১-৫২ | | ১৯৫৪-৫৫ | | ১৯৫৮-৫৯ | |
|---|---|---|---|---|---|---|
| | মুঠ পৰীক্ষাৰ্থী | পাছৰ সংখ্যা | মুঠ পৰীক্ষাৰ্থী | পাছৰ সংখ্যা | মুঠ পৰীক্ষাৰ্থী | পাছৰ সংখ্যা |
| এম. এ. | ৬৩ | ৫১ | ৭৩ | ৬৯ | ১৭৬ | ১২২ |
| এম. কম. | ১৭ | ১৪ | ১৬ | ১২ | ৪২ | ৩৫ |
| এম. এচ. ছি. | ১৯ | ১১ | ৩০ | ১৮ | ৪৭ | ৩২ |

গৱেষণাৰ ক্ষেত্ৰত যোৱা কিছু বছৰৰ পৰা এক বিশেষ উন্নতি পৰিলক্ষি হৈছে আৰু কলা, বিজ্ঞানৰ, বিভিন্ন ক্ষেত্ৰত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰ ভালেকেইগৰাকী শিক্ষাৰ্থীয়ে ডক্টৰেট ডিগ্ৰী লাভ কৰিবলৈ সক্ষম হৈছে এই বিশ্ববিদ্যালয়ৰ অন্তৰ্ভুক্ত কলেজবোৰৰ ছাত্ৰসকলৰ খেলাধূলা আৰু অন্যা সাংস্কৃতিক বিকাশ আৰু উন্নয়ণৰ কাৰণে ইয়াত এখনি বিশ্ববিদ্যালয় ক্ৰীড়াবো ( University sports Board ) গঠন কৰা হৈছে। এই বোৰ্ডে বছৰি আন্তঃকলেজ ক্ৰীড়া আৰু সাংস্কৃতিক সমাৰোহ অনুষ্ঠিত কৰে।

**কলেজীয়া শিক্ষাৰ বিভিন্ন সমস্যা ঃ**

(১) কলেজীয়া বা উচ্চ শিক্ষাৰ অগ্ৰগতিত বিধিপথালিৰ সৃষ্টি কৰা ঘা ঘাই সমস্যাবোৰৰ ভিতৰত এটি হ'ল পৰীক্ষাত অকৃতকাৰ্য শিক্ষাৰ্থীৰ সংখ বৃদ্ধি। ইয়াৰ ফলত দেশৰ যুব শক্তিৰ অপচয় ঘটিছে আৰু এই অপচয়ৰ বিষম ফল জাতীয় উন্নয়নমূলক কামবোৰত গভীৰভাৱে অনুভূত হৈছে। নিবনু সমস্যাৰ গুৰিতো আছে এই কেৰোণযুক্ত কলেজীয়া শিক্ষা। এই সমস্যা সমাধা কৰিবলৈ হলে কলেজত ভৰ্তি কৰাৰ আগতেই ছাত্ৰসকলৰ বুদ্ধি-বৃত্তি কা অভিৰুচি আৰু প্ৰতিভাৰ বিষয়ে এটি থুলমূল বিচাৰ হোৱা উচিত আৰু সেইম ছাত্ৰসকলক কাৰিকৰী, চিকিৎসা, বিজ্ঞান, কলা, উদ্যোগ, আদি বিভি বিভাগত প্ৰৱেশ কৰাৰ সুচল কৰি দিব লাগে যাতে সকলোৱে গতানুগতি কলেজীয়া শিক্ষা লাভ কৰিবলৈ নগৈ নিজ নিজ ৰুচি মতে ভৱিষ্যতৰ কৰ্ম সংস্থানৰ উদ্দেশ্য আগত ৰাখি বিভিন্ন বিভাগত শিক্ষা লাভ কৰিবলৈ আগবাঢ়ে

(২) দ্বিতীয়তে, সৰহভাগ কলেজৰে ঘৰ দুৱাৰ আৰু পৰীক্ষাগাৰ, গ্ৰন্থাগা আদিৰ অভাৱ। প্ৰতি বিষয়তে বৰ্ত্তমানে বিশ্বত জ্ঞানৰ বিস্ফোৰণ ঘটা দেখ গৈছে। গতিকে সময়ৰ গতিৰ লগত খোজ মিলাবলৈ হলে বিভিন্ন ধৰণ কিতাপ-পত্ৰ, আলোচনী গৱেষণামূলক গ্ৰন্থৰ স'তে শিক্ষক শিক্ষাৰ্থী উভয়ে পৰিচিত হব লাগিব। সেইদৰে বিজ্ঞান আদি বিষয়ত গৱেষণা আৰু পৰীক্ষ নিৰীক্ষা আদি চলাবলৈ হলে উন্নত ধৰণৰ পৰীক্ষাগাৰৰ সা-সুবিধাৰ প্ৰয়োজন কিন্তু আমাৰ কলেজবোৰত গ্ৰন্থাগাৰৰ অৱস্থা অতি নিম্নস্তৰৰ। সেইদ অন্যান্য সা-সুবিধাৰ ক্ষেত্ৰতো কলেজবোৰ পিছপৰা।

(৩) কলেজীয়া উচ্চ শিক্ষাৰ আন এটি সমস্যা হ'ল অৰ্হতা সম্পন্ন শিক্ষক অভাৱ। নগৰৰ কলেজত এই সমস্যা অনুভূত নহয় যদিও গাৱলীয়া অঞ্চল ই এটা আহুকলীয়া সমস্যা। কিয়নো এনে ঠায়ে শিক্ষিত লোকক আকৰ্ষ



নকৰে আৰু কোনোৱে অৱস্থাৰ বাধ্য হৈ তেনে ঠাইত চাকৰি কৰিবলৈ গলেও কিবা ভাল সুবিধা পালেই তাৰ পৰা আতৰি যায়। ইয়াৰ ফলত ক্ষতিগ্ৰস্ত হয় ছাত্ৰসকল।

(৪) চতুৰ্থতে, বৰ্তমাতে সকলোৱে কলেজৰ গুণগত উন্নয়নতকৈ সংখ্যাগত উন্নয়ণতহে বেচি প্ৰাধান্য দিয়া দেখা গৈছে। বিভিন্ন বিষয় খুলি যোগ্যতা সম্পন্ন শিক্ষকৰ তলত ছাত্ৰক উচ্চমান বিশিষ্ট শিক্ষাদান কৰাৰ পৰিবৰ্তে যধেমধে কলেজ খোলাতহে ৰাইজৰ আগ্ৰহ বেচি দেখা গৈছে। ই কোনো পধ্যেই শিক্ষাৰ উন্নয়নৰ কাৰণে শুভ লক্ষণ নহয়।

(৫) পঞ্চমতে, গতানুগতিক ভাবে কলেজবোৰত বিভিন্ন পাঠ্যক্ৰম চলি আছে আৰু তাত নতুনত্ব আনিবৰ বা সংস্কাৰ সাধন কৰিবৰ কোনো ব্যৱস্থা হোৱা নাই। কলা আৰু বিজ্ঞানৰ ক্ষেত্ৰত হোৱা অভূতপূৰ্ব উন্নতিৰ পৰি-প্ৰেক্ষিতত আমাৰ কলেজবোৰে নতুন নীতিৰে পাঠ্যসূচী প্ৰবৰ্তন কৰিবলৈ চেষ্টা কৰা উচিত।

(৬) বৰ্তমান অসমৰ কলেজীয়া স্তৰত বিজ্ঞান শিক্ষাৰ সম্প্ৰসাৰণ আশানু-ৰূপভাৱে হোৱা নাই। আৰ্টচ কলেজ খোলাতহে সকলোৱে আগ্ৰহ বেচি। গতিকে অধিকাংশ কলেজত বিজ্ঞান শাখা খুলিবলৈ প্ৰচেষ্টা চলিব লাগে। বিজ্ঞান শাখা থকা কলেজবোৰত সেই বিষয়ব সা-সুবিধা অধিকতৰ বৃদ্ধি কৰিব লাগে।

(৭) বিশ্ববিদ্যালয় কেইখনত কলা বিশেষকৈ বিজ্ঞান বিষয়ত বহুতো স্নাতকে আসনৰ অভাৱত উচ্চ শিক্ষা লাভ কৰিবৰ অক্ষম হয়। ক্ৰমাগতভাৱে বৃদ্ধি পোৱা এনে ছাত্ৰৰ কাৰণে কটনকলেজৰ দৰে উচ্চমান বিশিষ্ট কিছুমান কলেজত এম. এ., এম. এচচি. শ্ৰেণী আৰম্ভ কৰিব লাগে।

(৮) কলা আৰু বিজ্ঞান শাখা থকা সকলো কলেজতে বিভিন্ন বিষয়ৰ অনাৰ্ছ পঢ়োৱাৰ ব্যৱস্থা নাই। কিন্তু কলেজীয়া শিক্ষাৰ মান উন্নয়নৰ কাৰণে প্ৰতি বিষয়ত অনাৰ্ছ খোলাতো অত্যন্ত প্ৰয়োজন।

(৯) ৰাজ্যৰ উদ্যোগিক বিকাশৰ কাৰণে বিশ্ব বিদ্যালয়ে যথেষ্ট অৰিহণা যোগাব পাৰে। কিন্তু অসমৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম দেখা গৈছে। কাৰণ বিশ্ববিদ্যালয়ে বিজ্ঞান, বিজ্ঞানৰ প্ৰযুক্তি আৰু শিক্ষনবিজ্ঞানৰ ওপৰত প্ৰাধান্য দিয়া নাই। ফলত দেশৰ নিবনুৱা সমস্যা দিনে দিনে জটিল হৈ আহিছে।

(১০) বিভিন্ন ঠাইত সিচৰিত হৈ থকা কলেজবোৰৰ আভ্যন্তৰীণ প্ৰশাসনৰ অৱস্থা অতি দুখ লগা। পৰিচালনা সমিতিবোৰৰ ভিতৰুৱা গোলমাল, প্ৰশাসনত দলীয় ৰাজনীতিৰ প্ৰভাৱ, আৰ্থিক দুৰ্গতি, ৰাজহুৱা ধনৰ অপব্যৱহাৰ কাৰ্য্য পৰিচালনাৰ শিথিলতা ইত্যাদি সমস্যায়ো উচ্চ শিক্ষাৰ ক্ষেত্ৰত জটিলতাৰ সৃষ্টি কৰা দেখা যায়।

(১১) ভাষা সমস্যা হ'ল উচ্চশিক্ষাৰ আন এটি জটিল সমস্যা। এই ক্ষেত্ৰত এটা সুস্থিৰ নীতিৰ অত্যন্ত প্ৰয়োজন। নীতি নিৰ্ধাৰিত হোৱাৰ পাছত তাক বাস্তৱত ৰূপায়িত কৰিবৰ কাৰণে প্ৰস্তুতিৰ কথাও আগতেই চিন্তা কৰিব লাগিব। বৰ্তমানে কলেজীয়া স্তৰত মাতৃভাষাক শিক্ষাৰ মাধ্য কৰাৰ নীতি আমি গ্ৰহণ কৰিছো। কিন্তু তাক সাৰ্থক ভাৱে বাস্তৱত পৰিণত কৰাৰ কাৰণে আগতিয়াকৈ পাঠ্যপুথিৰ প্ৰস্তুত নকৰা হেতুকে শিক্ষাৰ ক্ষেত্ৰত নানা বেমেজালিৰ সৃষ্টি হৈছে আৰু শিক্ষাৰ মানদণ্ডও নিম্নগামী হৈছে।

উচ্চশিক্ষাৰ এই সমস্যাৰ আশু সমাধানৰ ওপৰত নিৰ্ভৰ কৰিছে ইয়াৰ সাফল্য। তাকেই কৰিবলৈ হলে নিম্নোক্ত ব্যৱস্থাবোৰ গ্ৰহণ কৰিব পাৰি। যেনে :—

( ) উচ্চশিক্ষাৰ দুৱাৰ সকলোৰে বাবে উন্মুক্ত কৰি নিদি যোগ্য জনকহে প্ৰবেশাধিকাৰ দিব লাগে।

(২) দেশৰ বৰ্তমান অৰ্থনৈতিক অৱস্থা, ভৱিষ্যতৰ উদ্যোগিক বিকাশ আৰু শিল্প-বিজ্ঞানৰ উন্নতিৰ কথা মনত ৰাখি উচ্চ শিক্ষাৰ আঁচনি যুগত কৰিব লাগে।

(৩) নগৰ আৰু গাওঁ সকলোতে অৰ্হতা সম্পন্ন লোকে উচ্চশিক্ষা যাতে লাভ কৰিব পাৰে তাৰ ব্যৱস্থা লব লাগে।

(৪) বিশ্ববিদ্যালয়ে নিৰ্দ্ধাৰিত কৰি দিয়া চৰ্ত সম্পূৰ্ণভাৱে পালন নকৰা পৰ্য্যন্ত কোনো কলেজক অনুমোদন দিব নেলাগে।

(৫) বিশ্ববিদ্যালয়ৰ বিভিন্ন পৰীক্ষাৰ সংস্কাৰ সাধন আৰু অভিজ্ঞ শিক্ষকক পৰীক্ষক হিচাপে নিযুক্তি দিব লাগে।

(৬) উচ্চশিক্ষাৰ ক্ষেত্ৰত পৰিদৰ্শনৰ উপযুক্ত ব্যৱস্থা কৰি শিক্ষাদানৰ মান উন্নত কৰিব লাগে।

(৭) শিক্ষক সকলৰ চাকৰি ক্ষেত্ৰত সা-সুবিধাৰ বৃদ্ধি কৰিব লাগে।



(৮) পৰীক্ষাগাৰ, গ্ৰন্থাগাৰ, ছাত্ৰাবাস, ছাত্ৰৰ জিৰনিকোঠা, আৰু অন্যান্য সা-সৰঞ্জামৰ উন্নতি বিধান কৰিব লাগে।

(৯) পাঠ্যসূচীৰ নতুন পৰিকল্পনা কৰি সেই মতে উপযোগী পাঠ্যপুস্তক প্ৰস্তুত কৰিব লাগে।

(১০) ছাত্ৰীসকলৰ কাৰণে সাধাৰণ পাঠ্যক্ৰমৰ লগতে দুই এটি ছোৱালীৰ উপযোগী বিষয়ৰ ব্যৱস্থা কৰিব লাগে।

(১১) অসমৰ তিনিওখন বিশ্বব্যালয়ৰ অন্তৰ্গত বিভিন্ন কলেজ সমূহৰ ভিতৰত সমন্বয় ৰক্ষাৰ প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণ কৰিব লাগে।

(১২) ব্যৱসায়িক শিক্ষাৰ ক্ষেত্ৰত অধিক সা-সুবিধা বৃদ্ধি কৰিব লাগে।

(১৩) মেধাবী ছাত্ৰ-ছাত্ৰীৰ কাৰণে উচ্চশিক্ষাৰ ক্ষেত্ৰত বিনামূলীয়া শিক্ষা, বৃত্তি আদিৰ ব্যৱস্থা থাকিব লাগে।

(১৪) ছাত্ৰৰ কাৰণে সময়ে সময়ে আলোচনা চক্ৰ, খেলাধূলা, নৃত্যগীত আৰু বিভিন্ন প্ৰতিযোগিতাৰ ব্যৱস্থা কৰিব লাগে।

(১৫) কলা আৰু বিজ্ঞানৰ ক্ষেত্ৰত অধিক সা-সুবিধা বঢ়াব লাগে।

(১৬) স্ত্ৰী শিক্ষাত অধিক গুৰুত্ব প্ৰদান কৰিব লাগে।

## প্ৰশ্ন

১। অসমত উচ্চশিক্ষাৰ ক্ৰমবিকাশৰ বিষয়ে চমুকৈ আলোচনা কৰা।
Discuss briefly about the devleopment of higher education in Assam.

২। কলেজীয়া শিক্ষাৰ সমস্যা বোৰ কি? সেইবোৰ কেনেকৈ সমাধান কৰিব পাৰি?
What are the Problems of Collegiate education in Assam? How these Could be Solved?

৩। উচ্চশিক্ষাৰ ভাষানীতি সম্পৰ্কে তোমাৰ মন্তব্য দিয়া।
Give your opinion about the language policy at the higher stag .

—×—

# সপ্তম অধ্যায়

## অসমৰ কাৰিকৰী আৰু বৃত্তিমূলক শিক্ষা

## (Technical and Vocational education in Assam)

অসমৰ কাৰিকৰী আৰু বৃত্তিমূলক শিক্ষাৰ বীজ বৃটিছ শাসন কালতে ৰোৱা হলেও স্বাধীনতাৰ পৰবৰ্তী কালতহে এই ক্ষেত্ৰত উন্নতি পৰিলক্ষিত হোৱা দেখা যায়। এই অধ্যায়ত সেই বিষয়ে চমু আলোচনা কৰা হ'ল।

**কাৰিকৰী শিক্ষা ( Technical education ) ঃ**

বৃটিছৰ শাসনকালত অসমৰ কাৰিকৰী শিক্ষাৰ অৱস্থা অতি পিচপৰা আছিল। ইয়াৰ প্ৰধান কাৰণ হ'ল—(১) শাসকসকলৰ অৱহেলা (২) অসমৰ ৰাইজৰ উদাসীনতা। শাসকসকলে নিজৰ ৰাজনৈতিক ক্ষমতা সুদৃঢ় কৰা আৰু শাসনযন্ত্ৰ চলাবৰ কাৰণে এদল সুদক্ষ কেৰাণী তৈয়াৰ কাৰ্য্যতে ব্যস্ত আছিল। আনহাতে ৰক্ষণশীল স্বভাৱ, শিক্ষাদীক্ষাৰ অভাৱ আৰু অনুন্নত সামাজিক অৱস্থাৰ কাৰণে অসমবাসী ৰাইজৰ মাজত এনেধৰণৰ শিক্ষাৰ প্ৰতি আগ্ৰহৰ অতি অভাৱ দেখা গৈছিল।

কিন্তু সুখৰ বিষয় ১৮৮০ চনত উইলিয়ামচন নামৰ এগৰাকী ইংৰাজে অসমত কাৰিকৰী শিক্ষাৰ কাৰণে এটা "ট্ৰাষ্ট ফাণ্ড" কৰি এই প্ৰকাৰ শিক্ষাৰ পাতনি মেলে। ১৯০২ চনত সেয়েহে অসমত কাৰিকৰী স্কুল বুলিবলৈ মাত্ৰ দুখনহে আছিল। এখন যোৰহাটৰ "উইলিয়ামচন আৰ্টিজান স্কুল (Willamson Artisan school) আৰু আনখন শিৱসাগৰ হাইস্কুলত খোলা "উইলিয়ামচন চাৰ্ভে শ্ৰেণী (Williamson survey class)। এই দুখন স্কুলে ছাত্ৰৰ মাচুল আৰু ট্ৰাষ্ট ফাণ্ডৰ পৰাই যাবতীয় ব্যয় কৰি কাম কাজ চলাইছিল। ১৯০৪ চনত অসমত মুঠতে ৬টা কেন্দ্ৰৰ সহায়ত ( যোৰহাট, তেজপুৰ, শদিয়া, গুৱাহাটী, শিলচৰ, চিলং ) কিছুসংখ্যক ছাত্ৰক ঔদ্যোগিক শিক্ষানবিচৰ প্ৰশিক্ষণ দিয়া হৈছিল। ১৯০৫ চনৰ পৰা অসমীয়া লৰাক জলপানী দি শিৱপুৰ আৰু ৰুৰকী ইঞ্জিনিয়াৰিং কলেজত কাৰিকৰী শিক্ষা লাভ কৰিবলৈ পঠোৱাৰ ব্যৱস্থা কৰা হৈছিল। কিন্তু অসমত কোনো কাৰিকৰী কলেজ খোলাৰ কথা চিন্তা কৰা হোৱা নাছিল। অৱশ্যে সেই সময়ত সমগ্ৰ ভাৰতবৰ্ষতে কাৰিকৰী শিক্ষাৰ অৱস্থা



অতি পিছপৰা আছিল। দেশ স্বাধীন হোৱাৰ পাছত যেনিবা শিক্ষাৰ এই অত্যাৱশ্যকীয় দিশৰ প্ৰতি চৰকাৰৰ দৃষ্টি আকৰ্ষিত হ'ল।

১৯৪৮ চনত যোৰহাটৰ ইঞ্জিনিয়াৰিং ইন্‌ষ্টিটিউতত চিভিল আৰু ইলেক-ট্ৰিকেল ইঞ্জিনিয়াৰিংৰ ডিপ্লোমা কোৰ্চ আৰম্ভ কৰা হয়।

পৰাধীনতাৰ কাল ছোৱাত কাৰিকৰী শিক্ষাৰ প্ৰায় সকলো খৰছ ৰাজ্য চৰকাৰেই বহন কৰিছিল। কেন্দ্ৰীয় চৰকাৰৰ সাহায্য অতি নগন্য আছিল। কিন্তু স্বাধীনতাৰ পাছত কেন্দ্ৰই কাৰিকৰী শিক্ষাৰ বাবে বৰ্দ্ধিত হাৰত মঞ্জুৰী দিবলৈ আৰম্ভ কৰে। প্ৰথম, তৃতীয়, চতুৰ্থ আৰু পঞ্চম পৰিকল্পনাৰ কালছোৱাত এই মঞ্জুৰীৰ পৰিমাণ আছিল ক্ৰমে ১৭ লাখ, ২০২'৯২ লাখ, ৯৩'১২ লাখ আৰু ২২৫ লাখ টকা।

প্ৰথম পঞ্চবাৰ্ষিক পৰিকল্পনাৰ কালছোৱাত ১৯৫৫ চনত গুৱাহাটীত এখন ইঞ্জিনিয়াৰিং কলেজ, দুখন ডিপ্লোমা দিয়া কাৰিকৰী শিক্ষানুষ্ঠান আৰু যোৰ-হাটত এখন ক্ৰেফটচ্‌মেন প্ৰশিক্ষণ কেন্দ্ৰ স্থাপিত কৰা হৈছিল। গুৱাহাটীৰ জালুকবাৰীত স্থাপিত হোৱা ইঞ্জিনিয়াৰিং কলেজত তেতিয়া অকল চিভিল ইঞ্জিনিয়াৰিংতহে ডিগ্ৰী দিয়া হৈছিল। দ্বিতীয় পঞ্চবাৰ্ষিক পৰিকল্পনাৰ কালছোৱাত অসমৰ কাৰিকৰী শিক্ষাৰ দিশটোত যথেষ্ট উন্নতি পৰিলক্ষিত হৈছিল। ১৯৫৭-৫৮ চনত জালুকবাৰীৰ ইঞ্জিনিয়াৰিং কলেজত মেকানিকেল, ইলেকট্ৰিকেল ইঞ্জিনিয়াৰিং আৰু ১৯৬৩-৬৪ চনত কেমিকেল ইঞ্জিনিয়াৰিংত শিক্ষা দানৰ ব্যৱস্থা কৰি ইয়াক পূৰ্ণাঙ্গ ৰূপ দিয়া হৈছিল।

১৯৬০ চনত যোৰহাটত দ্বিতীয়খন ইঞ্জিনিয়াৰিং কলেজ স্থাপিত কৰি চিভিল ইঞ্জিনিয়াৰিংৰ ডিগ্ৰী দান কৰাৰ ব্যৱস্থা গ্ৰহণ কৰা হৈছিল। ইয়াৰ বাহিৰেও ৫ খন ঔদ্যোগিক প্ৰশিক্ষণ অনুষ্ঠান নগাওঁ, তেজপুৰ, গুৱাহাটী, বঙ্গাইগাঁও আৰু শ্ৰীকোনাত খোলা হয়। এই কেন্দ্ৰবিলাকে ক্ৰেফটচ্‌মেন আৰ্টিজান হিচাপে ছাত্ৰক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰিছিল। ১৯৬০ চনত নগাওঁ আৰু শিলচৰত দুখন পলিটেকনিক স্কুল স্থাপন কৰাটো এটি উল্লেখযোগ্য ঘটনা। ১৯৬৬-৬৭ চনত ডিব্ৰুগড়ৰ বিশ্ববিদ্যালয়ে যোৰহাট ইঞ্জিনিয়াৰিং কলেজত স্নাত-কোত্তৰ শ্ৰেণী খুলিবলৈ অনুমতি দান কৰিছিল। তাৰ আগতে এই কলেজত ১৯৬৩-৬৪ চনত মেকানিকেল আৰু ইলেকট্ৰিকেল ইঞ্জিনিয়াৰিংৰ ডিগ্ৰী শ্ৰেণী খোলা হৈছিল। ১৯৬৫-৬৬ চনত দুখন ইঞ্জিনিয়াৰিং কলেজে চিভিলত ১২০ জন মেকানিকেলত ৯০ জন, ইলেকট্ৰিকেলত ৯০ জন আৰু কেমিকেলৰ ইঞ্জিনিয়াৰিংত

৩০ জন ছাত্ৰক ভৰ্তি কৰিছিল। বৰ্তমান অসমত সৰ্বমুঠ ৭ খন পলিটেকনিক স্কুল আছে। ইয়াৰে এখন ছোৱালীৰ কাৰণে গুৱাহাটীৰ চাঁন্দমাৰীত পতা হৈছে। এনে পলিটেকনিকবোৰত চিভিল ইঞ্জিনিয়াৰিং, ড্ৰাফ্‌টচ্‌মেনচিপ, ষ্টেনোগ্ৰাফি আৰু কমাৰ্চিয়েল প্ৰেকটিছৰ শিক্ষা দি ছাত্ৰসকলক একোখন চাৰ্টিফিকেট দিয়া হয়। ইঞ্জিনিয়াৰিং কলেজ দুখনত শতকৰা ১০০ ভাগ ছাত্ৰ-ছাত্ৰীক আৰু পলিটেকনিকত ৫০ ভাগক ছাত্ৰবাসৰ সুবিধা দিয়া হৈছে। বহু-সংখ্যক ছাত্ৰই প্ৰতিভা জলপানী আৰু একাংশই বিমামূলীয়া শিক্ষাৰ সুবিধা পাইছে। ইয়াৰ বাহিৰেও অসমৰ বাহিৰৰ ইঞ্জিনিয়াৰিং কলেজত পঢ়িবৰ কাৰণে জলপানী দিয়াৰ ব্যৱস্থা আছে। সেইদৰে বিদেশত উচ্চশিক্ষা লাভ কৰিবলৈকো ছাত্ৰক জলপানী দিয়া হয়। বৰ্তমানে ইঞ্জিনিয়াৰিং কলেজত বহুতো ছাত্ৰীয়ে শিক্ষা লাভ কৰিবলৈ অহা দেখা যায় আৰু ইতিমধ্যে কেইবা-গৰাকী মহিলাই ইঞ্জিনিয়াৰ হিচাপে কাম কৰি থকাতো স্ত্ৰী শিক্ষাৰ অগ্ৰগতি সূচায়। আঞ্চলিক ভিত্তিত স্থাপিত শিলচৰ ইঞ্জিনিয়াৰিং কলেজত ১৯৭৭ চনৰ পৰা *শিক্ষাদানৰ ব্যৱস্থা* চৰকাৰে হাতত লৈছে।

তৃতীয় পঞ্চবাৰ্ষিক পৰিকল্পনাৰ কালছোৱাত ডিব্ৰুগড় আৰু চিলঙত দুখন পলিটেকনিক, ৬ খন ঔদ্যোগিক প্ৰশিক্ষণ কেন্দ্ৰ (মঙ্গলদৈ, আইজাল, উত্তৰ লক্ষীমপুৰ, বৰপেটা, ধুবুৰী, চিলং আৰু তিনিচুকীয়াত), ৬ খন জুনিয়ৰ টেক্‌নিকেল প্ৰশিক্ষণ কেন্দ্ৰ (গোলাঘাট, হাইলাকান্দি, কৰিমগঞ্জ, শিৱসাগৰ, কোকৰাঝাৰ আৰু জোৱাইত) পতা হৈছিল। গুৱাহাটীৰ ইঞ্জিনিয়াৰিং ইন্‌ষ্টিটিউটত ১৯৬৩ চনত পৰিদৰ্শক আৰু মহোৱাৰ সকলৰ আংশিক শিক্ষাদানৰ (Part time Education) ব্যৱস্থা গ্ৰহণ কৰা হৈছিল। ইয়াৰ উপৰিয়ো তুৰা আৰু ডিফুত দুখন প্ৰশিক্ষণ কেন্দ্ৰ আৰু চিলঙত ছোৱালীৰ কাৰণে এখন পলিটেক্‌নিক খোলা হৈছিল। বৰ্তমান কাৰিকৰী শিক্ষাৰ ক্ষেত্ৰত পৰামৰ্শ দানৰ কাৰণে গঠন কৰা পৰিষদ দুখন হ'ল—কাৰিকৰী শিক্ষাৰ ৰাষ্ট্ৰীয় পৰিষদ (State council for technical Education) আৰু বৃত্তিমূলক প্ৰশিক্ষণৰ ৰাষ্ট্ৰীয় পৰিষদ (State council for Training Vocational trades)।

অসমৰ কাৰিকৰী শিক্ষাৰ ক্ষেত্ৰত প্ৰধান সমস্যাবোৰ হ'ল—(১) উপযুক্ত পাঠ্যপুথিৰ অভাৱ আৰু দুৰ্মূল্য (২) অৰ্হতা সম্পন্ন শিক্ষকৰ অনাতন (৩) নতুন কাৰিকৰী বিষয়ৰ অভাৱ (৪) সুচিন্তিত পৰিকল্পনাৰ অভাৱ। এইবোৰ সুসমাধানৰ ওপৰতে অসমৰ কাৰিকৰী শিক্ষাৰ ভবিষ্যত উন্নতি নিৰ্ভৰ



কৰিছে। বৰ্তমানে অসমত ইঞ্জিনিয়াৰ সকলৰ মাজত নিবনুৱা সমস্যাই বিৰাট আকাৰ ধাৰণ কৰিছে। আনহাতে পুৰণি পাঠ্যক্ৰমৰ লগতে নতুন প্ৰয়োজনীয় বিষয় সংযোগ কৰি দেশৰ কাৰিকৰী দিশৰ উন্নতি বিধান কৰিবলৈ কোনো কাৰ্য্যকৰী ব্যৱস্থা হাতত লোৱা হোৱা নাই। বৰ্তমান অসমত থকা কাৰিকৰী শিক্ষাৰ অনুস্থানত আসন বৃদ্ধি কৰাৰ উপৰিয়ো কিছু নতুন বিষয় অন্তৰ্ভুক্ত কৰাৰ প্ৰয়োজন। ইয়াৰ উপৰিয়ো ঔদ্যোগিক প্ৰশিক্ষণ কেন্দ্ৰ, টেক্‌নিকেল স্কুল ইত্যাদিত সংখ্যা বঢ়াই বিভিন্ন উদ্যোগত প্ৰয়োজন হোৱা কৰ্মীৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰিব লাগিব। মাধ্যমিক স্তৰৰ শিক্ষাকো বৃত্তিমুখী কৰি একাংশ শিক্ষাৰ্থীক উৎপাদনমূলক কামৰ মাজেদি জীৱিকা নিৰ্বাহ কৰিবলৈ উৎসাহিত কৰিব লাগে। দেশৰ ঔদ্যোগিক বিকাশৰ প্ৰতি লক্ষ্য ৰাখি কাৰিকৰী শিক্ষাৰ ক্ষেত্ৰত এক বলিষ্ঠ দৃষ্টিভঙ্গী গ্ৰহণ আৰু সুচিন্তিত পৰিকল্পনাৰ বিশেষ প্ৰয়োজন।

**ডাক্তৰী শিক্ষা (Medical Education) :**

ডঃ জন বেৰী হোৱাইট নামৰ এগৰাকী ডাক্তৰৰ দানেৰে ১৯০০ চনত ডিব্ৰুগড়ত এখন বেচৰকাৰী স্কুল স্থাপিত হৈছিল। ইয়াৰ দুবছৰ পিছতে ১৯০২ চনত চৰকাৰে এই স্কুলৰ কাৰ্য্যপৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰিছিল। ১৯৪৭ চনৰ নবেম্বৰ মাহত এইখন স্কুল কলেজ পৰ্য্যায়লৈ উন্নীত কৰি "অসম মেডিকেল কলেজ ডিব্ৰুগড়" নামেৰে নামাকৰণ কৰা হয়। এইখনেই অসমৰ প্ৰথম চিকিৎসা মহাবিদ্যালয়। ইয়াত প্ৰথমতে এম. বি. বি. এচ.ৰ কনডেন্স কোৰ্চ খোলা হৈছিল আৰু মাত্ৰ ৫০ খন আখনৰহে ব্যৱস্থা আছিল। পিছলৈ বঢ়াই এই আসনৰ সংখ্যা ১৫০ খন কৰা হয়। স্বাধীনতাৰ কিছু বছৰ পিছত ডাক্তৰী শিক্ষা লাভ কৰিবলৈ বিচৰা ছাত্ৰৰ সংখ্যা খুব বেছি হোৱাত ৰাইজৰ পৰা আৰু এখন চিকিৎসা মহাবিদ্যালয় স্থাপনৰ কাৰণে দাবী উত্থাপিত হবলৈ ধৰিলে। ফলত ১৯৬০ চনত গুৱাহাটীত ১০০ খন আসনৰ ব্যৱস্থাৰে দ্বিতীয়খন চিকিৎসা মহাবিদ্যালয় স্থাপন কৰা হয়। নিজা ঘৰ দুৱাৰ নথকাত আয়ুৰ্বেদিক কলেজতে এই কলেজৰ শ্ৰেণী বহিছিল। কেইবছৰমান আগতে শিলচৰতো এখন চিকিৎসা মহাবিদ্যালয় স্থাপন কৰা হৈছে। বৰ্তমানে ডিব্ৰুগড় আৰু গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত এম. ডি. পাঠ্যক্ৰম আৰু ডিব্ৰুগড়ত "ফাৰ্মাকলজি" বিষয়ত ডিপ্লোমা দিয়া দুবছৰীয়া পাঠ্যক্ৰমৰ ব্যৱস্থা কৰা হৈছে। স্কুল শিক্ষান্ত পৰীক্ষাত জলপানী পোৱা ছাত্ৰৰ বাহিৰেও ডাক্তৰী শিক্ষা লাভ কৰাৰ কাৰণে কিছুসংখ্যক ছাত্ৰক জলপানী দিয়াৰ ব্যৱস্থা আছে।

বৰ্তমানে অসমত ডাক্তৰী শিক্ষাৰ প্ৰতি মানুহৰ ধাউতি আগতকৈ বহুগুণে বৃদ্ধি পাইছে আৰু সা-সুবিধাও আগতকৈ বাঢ়িছে। উচ্চ শিক্ষাৰ কাৰণে প্ৰতি বছৰে দিল্লীকে ধৰি অন্যান্য সৰ্বভাৰতীয় শিক্ষানুষ্ঠানত অসমৰ কিছুসংখ্যক ছাত্ৰক ভৰ্ত্তি হোৱা আৰু ভাৰতৰ বাহিৰতো তেনে শিক্ষা লাভ কৰিবলৈ যোৱা দেখা গৈছে। সম্প্ৰতি তিনিখন কলেজতে আসনৰ সংখ্যা বৃদ্ধি কৰা হৈছে। তলত গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ৰ কেইবছৰমানৰ পৰীক্ষাৰ ফলাফলৰ হাৰ দিয়া হ'ল।

| বছৰ | ফাইনেল পৰীক্ষা |
|---|---|
| ১৯৬৫ | ৫৪.৫% |
| ১৯৬৬ | ৫৯.৫% |
| ১৯৬৭ | ৬২.১% |

১৯৭৭ চনৰ ডিচেম্বৰ মাহত গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত উত্তৰ পূব ভাৰতৰ আঞ্চলিক নাৰ্চিং কলেজ এখনি আৰম্ভ কৰা হয়। সম্প্ৰতি গুৱাহাটী আৰু ডিব্ৰুগড় চিকিৎসা মহাবিদ্যালয়ত প্ৰায় সকলোবোৰ ডাক্তৰী বিষয়তে স্নাতকোত্তৰ শ্ৰেণী খোলা হৈছে।

আয়ুৰ্বেদ কলেজ (Ayurvedic college) ঃ

১৯৪৮ চনত জালুকবাৰীত এখন আয়ুৰ্বেদ কলেজ স্থাপন কৰা হৈছিল। ইয়াত চাৰিবছৰীয়া শিক্ষাকালৰ অন্তত ডিপ্লোমা দিয়া হয়। এই কলেজৰ পৰা উত্তীৰ্ণ হোৱা ছাত্ৰসকলে জিলা আৰু মহকুমাৰ চিকিৎসালয়ত নিযুক্তি পায়।

পশু চিকিৎসা শিক্ষা (Veterinary Education) ঃ

১৯৪৮ চনত পশু চিকিৎসা কলেজ এখন নগাওঁত আৰম্ভ কৰা হৈছিল। পিছত এইখন প্ৰথমে গুৱাহাটী আৰু তাৰ পাছত খানাপাৰালৈ স্থানান্তৰিত কৰা হয়। প্ৰথমে এই মহাবিদ্যালয়ত তিনিবছৰীয়া পাঠ্যক্ৰমত শিক্ষাদান কৰি ডিপ্লোমা দিয়া হৈছিল। ১৯৫৩ চনৰ পৰাহে চাৰিবছৰীয়া ডিগ্ৰী পাঠ্যক্ৰম প্ৰবৰ্তন কৰা হয়। এই মহাবিদ্যালয়ত শিক্ষা লাভ কৰিবৰ কাৰণে চৰকাৰী জলপানী বহুসংখ্যক ছাত্ৰকে দিয়া হয়। ইয়াৰ উপৰিয়ো চাহ বোৰ্ডে (Tea Board) দিয়া কেইটামান জলপানীও আছে।

অনুন্নত সম্প্ৰদায়ৰ লোকৰ উপৰিও অৰুণাচল প্ৰদেশ, মণিপুৰ, হিমাচল প্ৰদেশ আদি ঠাইৰ কাৰণে এই মহাবিদ্যালয়ে কিছু আসন সংৰক্ষিত কৰি ৰাখে। পশু চিকিৎসা মহাবিদ্যালয়ে কৃষি বিশ্ববিদ্যালয়ৰ অধীনত থাকি কাৰ্য্য



পৰিচালনা কৰে। বৰ্তমানে উন্নতিশীল দেশসমূহৰ আৰ্হিত পশুচিকিৎসা বিষয়ত বিভিন্ন বিভাগত বহু উন্নতি পৰিলক্ষিত হৈছে। ই ভাৰতৰ ভিতৰতে এখন লেখত লবলগীয়া পশু চিকিৎসা মহাবিদ্যালয়ৰূপে পৰিগণিত হোৱাটো সুখৰ কথা। সম্প্ৰতি বিভিন্ন গৱেষণামূলক কাৰ্য্যত এই কলেজে মনোনিবেশ কৰা দেখা গৈছে।

কৃষি শিক্ষা (Agricultural Education) ঃ

১৯৪৮ চনত অসমৰ একমাত্ৰ কৃষি কলেজখন যোৰহাটত স্থাপন কৰা হয়। বছৰি ১০০ জনলৈ ছাত্ৰ ভৰ্তি কৰাৰ ব্যৱস্থা এই কলেজত আছে। বৰ্তমানে ইয়াত ডিগ্ৰী শ্ৰেণীৰ বাহিৰেও এগ্ৰনমি, এন্তমলজি, কৃষি ৰসায়ন, প্লেণ্ট পেথলজি বিষয়ত স্নাতকোত্তৰ শ্ৰেণী খোলা হৈছে। কৃষি কলেজক ১৯৬৯ চনত কৃষি বিদ্যালয়লৈ উন্নীত কৰা হৈছে। এই কলেজত ১৯৭২ চনত ৪৯৫ জন, ১৯৭৩ চনত ৩৬৫ জন আৰু ১৯৭৫ চনত মুঠ ছাত্ৰ সংখ্যা আছিল ৪৩৭ জন।

কৃষি কলেজৰ বাহিৰেও চৰকাৰৰ কৃষি বিভাগে কৃষি সম্প্ৰসাৰণ বিষয়ত প্ৰশিক্ষণৰ কাৰণে কেইবাটাও কেন্দ্ৰ পৰিচালনা কৰে। এই কেন্দ্ৰবোৰত দুবছৰীয়া শিক্ষাকালৰ অন্তত ডিপ্লোমা দিয়া হয়।

আইন শিক্ষা (Education in Law)

যোৱা শতিকাৰ শেষ দশকত অসমৰ কেইখনমান চৰকাৰী হাইস্কুলত আইন শিক্ষাৰ কাৰণে শ্ৰেণী খোলা হৈছিল। পিছে উপযুক্ত শিক্ষকৰ অভাব আৰু আৰ্থিক কাৰণত এই ব্যৱস্থা সিমান কাৰ্য্যকৰী হোৱা নাছিল আৰু লাহে লাহে উঠি গৈছিল। এই শতিকাৰ আৰম্ভণিৰ লগে লগে ৰাইজৰ মাজত আইন শিক্ষাৰ প্ৰতি প্ৰবল আগ্ৰহ পৰিলক্ষিত হৈছিল। কেইবাগৰাকী মুখিয়াল লোকে চৰকাৰৰ ওপৰত হেচা দিয়াত ১৯১৫ চনত চৰকাৰে গুৱাহাটীত এখন আইন কলেজ স্থাপন কৰে। সেইসময়ৰ অসমৰ চীফ কমিশনাৰ এ. আৰ্লৰ নামেৰে এই আৰ্ল'ল কলেজ নামাকৰণ কৰা হৈছিল। ১৯৪৭ চনৰ পাছত আৰ্লল কলেজ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনলৈ আহে।

বৰ্তমানে আইন শিক্ষাৰ ক্ষেত্ৰত ৰাইজৰ আগ্ৰহ আগতকৈ বহুগুনে বেচি হৈছে। সেয়েহে এতিয়া অসমত থকা সৰ্বমুঠ ১০ খন আইন কলেজত শিক্ষাৰ্থীৰ সংখ্যাও বহু গুনে বাঢ়িছে।

শিক্ষক প্ৰশিক্ষণ (Teacher's Training) ঃ

এই কথা দোহাৰিবৰ প্ৰয়োজন নাই যে শিক্ষকৰ শিক্ষাদানৰ দক্ষতা আৰু

কাৰ্য্যকাৰিতা বহুলাংশে নিৰ্ভৰ কৰে প্ৰশিক্ষণৰ ওপৰতে। সেয়েহে প্ৰগতিশীল দেশসমূহত ভৱিষ্যত দেশৰ উত্তৰাধিকাৰী সকলৰ শিক্ষাদানৰ কাৰ্য্যত নিযুক্ত থকা শিক্ষক শ্ৰেণীক প্ৰশিক্ষণ দিবৰ কাৰণে যথোপযুক্ত ব্যৱস্থা গ্ৰহণ কৰা হয়। কিন্তু ভাৰতবৰ্ষৰ অন্যান্য ৰাষ্ট্ৰৰ দৰেই অসমো এই ক্ষেত্ৰত অতি পিছপৰা।

পৰাধীনতাৰ কালছোৱাত শিক্ষক প্ৰশিক্ষণৰ কাৰণে চৰকাৰৰ তৰফৰ পৰা কোনো প্ৰচেষ্টা অসমত চলা নাছিল। বিদেশী মিছনাৰী সকলেহে তেওঁলোকৰ দ্বাৰা স্থাপিত প্ৰাথমিক স্কুলৰ শিক্ষকসকলৰ কাৰণে তুৰা, নগাও আৰু চিলঙত একোখন নৰ্মান স্কুল পাতি পোন প্ৰথমেই অসমত শিক্ষক প্ৰক্ষিণৰ ব্যৱস্থা কৰিছিল। ইয়াৰ পাছত চৰকাৰৰ তৎপৰতাত কেইখনমান নৰ্মাল স্কুল আৰু শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰ অসমৰ বিভিন্ন ঠাইত স্থাপিত হৈছিল। স্বাধীনতাৰ পাছত অসমত শিক্ষক প্ৰশিক্ষণ ব্যৱস্থাৰ বহুতো উন্নতি হৈছে। বৰ্তমানে নিম্নোক্ত শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰসমূহে বিভিন্ন স্তৰত শিক্ষকসকলক প্ৰশিক্ষণ দি আছে।

(১) বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ
(২) নৰ্মাল স্কুল
(৩) বুনিয়াদী প্ৰশিক্ষণ কলেজ
(৪) বি, টি, কলেজ
(৫) দুখন বিশ্ববিদ্যালয়ৰ বি. টি. বিভাগ
(৬) গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী শিক্ষা পদ্ধতিৰ প্ৰশিক্ষণ কেন্দ্ৰ
(৭) গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূগোল শিক্ষা প্ৰশিক্ষণ কেন্দ্ৰ
(৮) উচ্চ মাধ্যমিক স্কুলৰ বিজ্ঞান শিক্ষাৰ এবছৰীয়া প্ৰশিক্ষণ ব্যৱস্থা।

বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ নৰ্মাল স্কুল আৰু বুনিয়াদী প্ৰশিক্ষণ কলেজবোৰত প্ৰাথমিক আৰু মধ্য অসমীয়া স্কুলৰ শিক্ষকসকলক প্ৰশিক্ষণ দিয়া হয়। বৰ্তমান অসমত ২৬টা বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰ, ৬ খন নৰ্মাল স্কুল আৰু এখন বুনিয়াদী প্ৰশিক্ষণ কলেজ আছে। কলেজখন তিতাবৰত আৰু নৰ্মাল স্কুল কেইখন যোৰহাট, নগাও, শিলচৰ, বঙাইগাও হাউলী আৰু চতিয়াত, পতা হৈছে। বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰবোৰত দুবছৰীয়া পাঠ্যক্ৰম অনুসৰণ কৰা হয়। প্ৰতিখন কেন্দ্ৰৰ লগত একোখন প্ৰেকটিছিং স্কুল আছে। এই কেন্দ্ৰবোৰে ৮০ৰ পৰা ১২০ জনলৈ ছাত্ৰ ভৰ্ত্তি কৰে।



স্বাধীনতাৰ আগতে অসমীয়া ছাত্ৰক ঢাকা প্ৰশিক্ষণ কলেজলৈ জলপানী দি পঠোৱা হৈছিল। পিছত চিলঙৰ চেণ্টমেৰীজ কলেজত ১৯৩৭ চনত বি, টি, শ্ৰেণী খোলা হয়। ১৯৫৭ চনত প্ৰথমবাৰৰ কাৰণে যোৰহাটত স্নাতকোত্তৰ শিক্ষক প্ৰশিক্ষণ কলেজ এখন স্থাপন কৰা হৈছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত ১৯৪৯ চনৰ পৰা ১৯৭৪ চনলৈ চলি থকা বি, টি, বিভাগটো উঠাই দিয়া হৈছে। বৰ্তমান অসমত ৮ খন স্নাতকোত্তৰ শিক্ষকৰ কাৰণে প্ৰশিক্ষণ কেন্দ্ৰ আছে। সেই কেইখন হ'ল—

(১) যোৰহাটৰ স্নাতকোত্তৰ প্ৰশিক্ষণ কলেজ ( ১৯৫৭ )
(২) শিলচৰ বি, টি, কলেজ, শিলচৰ ( ১৯৬০ )
(৩) বাণীকান্ত বি, টি, কলেজ, গুৱাহাটী ( ১৯৬৬ )
(৪) ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ বি, টি, বিভাগ ( ১৯৬৬ )
(৫) নগাওঁ বি, টি, কলেজ, নগাওঁ ( ১৯৬৮ )
(৬) কোকৰাঝাৰ বি, টি, কলেজ ( ১৯৭০ )
(৭) মঙ্গলদৈ বি, টি, কলেজ।
(৮) গোৱালপাৰা বি, টি, কলেজ ( ১৯৭৪ )

সম্প্ৰতি মেঘালয়ৰ অন্তৰ্ভুক্ত হোৱা চেণ্ট মেৰীজ কলেজৰ বি, টি, শ্ৰেণী আৰু চিলং স্নাতকোত্তৰ প্ৰশিক্ষণ কলেজে শিক্ষক প্ৰশিক্ষণৰ ক্ষেত্ৰত প্ৰভূত অবিহণা যোগাইছিল। শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰত প্ৰশিক্ষণ লবলৈ বছৰি চৰকাৰে কিছু সংখ্যা ছাত্ৰ পঠিয়ায়, ইয়াৰ বাহিৰেও ভুৱনেশ্বৰত থকা আঞ্চলিক শিক্ষা কলেজলৈকে চৰকাৰে প্ৰশিক্ষণৰ বাবে ছাত্ৰ পঠিয়ায়। অসমৰ মাধ্যমিক স্কুলবোৰ উচ্চ মাধ্যমিকলৈ উন্নীত কৰাৰ পাছত সেইবোৰ বিজ্ঞান বিষয়ৰ শিক্ষকসকলক প্ৰশিক্ষণ দিয়াৰ কাৰণে কটনকলেজত এবছৰীয়া পাঠ্যক্ৰম খোলা হৈছিল। ইয়াৰ বাহিৰেও মাধ্যমিক স্কুলৰ শিক্ষকে গুৱাহাটী বিশ্বদ্যালয়ত স্নাতকোত্তৰ শ্ৰেণীত এবছৰ উপস্থিত থাকি প্ৰাইভেট কৈ এম. এ এম. এচ. চি. পৰীক্ষা দিবৰ কাৰণে সুবিধা দিয়া হৈছিল।

১৯৭৭ চনৰ ১ অক্টোবৰৰ পৰা অসমৰ ২১,৬৩৩ জন উচ্চ, উচ্চতৰ আৰু মজলীয়া স্কুলৰ শিক্ষকৰ চাকৰি চৰকাৰীকৰণ কৰা হৈছে। তদুপৰি শিক্ষক সকলৰ কাৰ্য্যকাল ৫৮ বছৰলৈ বঢ়োৱা হৈছে। ৫৮ বছৰ হোৱা সকলকো ৬০ বছৰলৈ চাকৰি কৰাৰ সুবিধা দিয়া হব কিন্তু তেওঁলোকে পেঞ্চনৰ সুবিধা হেৰুৱাব লাগিব। ইয়াৰ উপৰিয়ো এই বছৰটোৰ ভিতৰত তিনি হাজাৰ

বৃত্তিধাৰী শিক্ষকৰ পদ নিয়মিত কৰা হৈছে আৰু কিছু পদ নতুনকৈ সৃষ্টি কৰা হৈছে। স্কুল আৰু কলেজৰ শিক্ষক নিযুক্তিৰ কাৰণে এখন নতুন বাছনি কমিটি গঠন কৰাটোও উল্লেখযোগ্য।

হিন্দী শিক্ষক সকলক প্ৰশিক্ষণ দিবৰ কাৰণে বৰ্তমান অসমত দুখন প্ৰশিক্ষণ অনুষ্ঠান আছে। এখন হ'ল ডিব্ৰু হিন্দী প্ৰশিক্ষণ কেন্দ্ৰ আৰু আনখন উত্তৰ গুৱাহাটীৰ হিন্দী প্ৰশিক্ষণ কলেজ।

**বাণিজ্য কলেজ ( Commerce college ) ঃ**

বাণিজ্য শিক্ষাৰ ক্ষেত্ৰত অসম বহুত দিনলৈকে পিছপৰি আছিল। কিন্তু সম্প্ৰতি এই ক্ষেত্ৰত এক বিশেষ আগ্ৰহ পৰিলক্ষিত হোৱা দেখা যায়। বৰ্তমান অসমত চাৰিখন বাণিজ্য কলেজ আৰু বহু স্কুল আছে। তদুপৰি উচ্চ শিক্ষাৰ কলেজবোৰবো বেছিভাগতে কলা আৰু বিজ্ঞানৰ লগতে বাণিজ্য শাখা থকাতো উল্লেখযোগ্য।

**পাটপলু শিক্ষানুষ্ঠান ( Sericulture Institute ) ঃ**

তিতাবৰত স্থাপিত হোৱা পাটপলু সংৰক্ষণ শিল্পানুষ্ঠানত দুবছৰীয়া পাঠ্য-ক্ৰমৰ অন্তত ডিগ্ৰী আৰু এবছৰীয়া পাঠ্যক্ৰমৰ শেষত চাৰ্টিফিকেট দিয়াৰ ব্যৱস্থা আছে। দ্বিতীয় আৰু তৃতীয় পঞ্চবাৰ্ষিক পৰিকল্পনাৰ কালছোৱাত অসম চৰকাৰে ক্ৰমে ৫০ আৰু ৭৫ লাখ টকাৰ আঁচনি কৰি পাটপলু সংৰক্ষণৰ কাৰ্য্যত ব্যয় কৰিছিল।

**বয়ন শিক্ষানুষ্ঠান ( Textile Institute ) ঃ**

গুৱাহাটী বয়ন শিল্পানুষ্ঠান এখন ১৯৫৬ চনত স্থাপিত কৰা হৈছে। বয়ন শিল্প সম্পৰ্কে এই শিক্ষানুষ্ঠানত বিজ্ঞান সন্মতভাবে ৩ বছৰীয়া শিক্ষাদান কৰি ডিপ্লোমা দিয়া হয়। আগতে এই অনুষ্ঠানৰ নাম Weaving Institute আছিল।

**তাঁতবোৱা প্ৰশিক্ষণ কেন্দ্ৰ ( Training in weaving ) ঃ**

তাঁতবোৱা, শিল্পই অসমৰ সামাজিক আৰু অৰ্থনৈতিক জীৱন পুৰণি কালৰেপৰা প্ৰভাৱান্বিত কৰি আহিছে। প্ৰথম পঞ্চবাৰ্ষিক পৰিকল্পনাৰ কালছোৱাত অসমত ৮ টা তাঁতবোৱা শ্ৰেণীয়ে কাম কৰি আছিল আৰু ত্ৰিশ হেজাৰৰ ফ্লাই চাটল ( Fly Shuttle ) বোৱনী সকলৰ মাজত বিলাই দিয়া হৈছিল। উন্নত প্ৰণালীৰে কাপোৰ বোৱা, সূতাকটা, ৰং কৰা, নানা চানেকীৰ নক্সা ছাপ মৰা ইত্যাদি বিভিন্ন বিষয়ত শিক্ষালাভ কৰি জীৱিকাৰ পথ মুকলি কৰিবৰ কাৰণে এই তাঁতবোৱা কেন্দ্ৰবোৰ অসমত খোলা হৈছিল। ১৯৬০ চনত



এনে তাঁতবোৱা কেন্দ্ৰ ২১ টা আছিল। এনে শিক্ষাই বহুতো বিধবা, অনাথ মহিলাৰ অন্নসংস্থানৰ দিহা কৰি প্ৰভুত উপকাৰ সাধন কৰিছে।

**অন্যান্য বৃত্তিমূলক শিক্ষানুষ্ঠান ঃ**

ওপৰত উল্লেখ কৰা বিভিন্ন কাৰিকৰী আৰু বৃত্তিমূলক স্কুল-কলেজৰ বাহিৰেও আন কেইখনমান শিক্ষানুষ্ঠান হ'ল—

**(ক) জৰীপ স্কুল ( Survey school ) ঃ**

মণ্ডল কাননগো সকলক মাটি সংক্ৰান্ত বিষয়ত বিভিন্ন প্ৰশিক্ষণ দিয়াৰ কাৰণে জালুকবাৰীত এখন জৰীপ স্কুল আছে।

**(খ) বন প্ৰশিক্ষণ স্কুল ( Forest Training school ) ঃ**

জালুকবাৰীত থকা বন প্ৰশিক্ষণ কেন্দ্ৰত বন সংৰক্ষণৰ কাৰণে সেই বিভাগৰ বিভিন্ন কৰ্মচাৰীক প্ৰশিক্ষণ দিয়া হয়।

**(গ) সুকুমাৰ কলা স্কুল ( Fine Art school ) ঃ**

অসমত বৰ্তমান সুকুমাৰ কলা স্কুলৰ ( Art and craft school ) সংখ্যা হ'ল দুখন। ইয়াত মূৰ্তি সজা, ছবি অকা ইত্যাদি বিষয়ত শিক্ষাদান কৰা হয়। অৱশ্যে বেচৰকাৰীভাবে এনে বহুতো স্কুলে কাম চলাই আছে।

**(ঘ) বাণিজ্য স্কুল ( Commerce school ) ঃ**

বাণিজ্য বিষয়ক স্কুল বৰ্তমানে অসমৰ বিভিন্ন চহৰত কেইবাখনো গঢ়ি উঠিছে। এনে স্কুলত টাইপ কৰা, চৰ্টহেণ্ড আদি বিষয়ত শিক্ষাদান কৰি চাৰ্টিফিকেট দিয়া হয়।

**(ঙ) বিশেষ স্কুল ঃ**

ওপৰোক্ত স্কুলবোৰৰ উপৰিও অসমত কলাবোবা সকলৰ বাবে এখন আৰু অন্ধ শিশুৰ বাবে চাৰিখন স্কুল আছে।

**মন্তব্য ঃ**—কাৰিকৰী আৰু বৃত্তিমূলক শিক্ষাৰ ক্ষেত্ৰত স্বাধীনতাৰ পাছত অসমত উল্লেখযোগ্য উন্নতি পৰিলক্ষিত হৈছে যদিও অন্যান্য প্ৰগতিশীল দেশৰ তুলনাত ইয়াক অতি সামান্য বুলিব লাগিব। এই ক্ষেত্ৰত দেশে আগবাঢ়িবলৈ হলে কিছুমান কাৰ্য্যকৰী ব্যৱস্থা গ্ৰহণ কৰাৰ একান্ত প্ৰয়োজন। যেনে—

(১) ভবিষ্যতে দেশৰ শিল্প আৰু উদ্যোগৰ ক্ষেত্ৰত নিয়োগ কৰিবলৈ প্ৰয়োজনীয় সুদক্ষ কৰ্মীৰ কাৰণে শিক্ষানুষ্ঠান খুলি সুপৰিকল্পিতভাৱে আগতীয়াকৈ প্ৰশিক্ষণৰ ব্যৱস্থা লব লাগিব। তেতিয়াহে আৱশ্যক হলেই স্থানীয় আৰু প্ৰশিক্ষণ প্ৰাপ্ত লোকেৰে যাবতীয় কাম সুচাৰুৰূপে চলাব পৰা হব। কিন্তু

অসমত এনে ক্ষেত্ৰত পৰিকল্পনা আৰু দূৰদৰ্শিতাৰ অভাৱত নানা সমস্যা উদ্ভৱ হোৱা দেখা গৈছে।

(২) পশ্চিমীয়া উন্নতিশীল দেশসমূহত শিক্ষানুষ্ঠানৰ লগত শিল্প প্ৰতিষ্ঠান আৰু বিভিন্ন উদ্যোগৰ নেৰানেপৰা সম্পৰ্ক। পাঠ্যপুথিৰ পৰা লাভ কৰা জ্ঞান সেয়েহে শিক্ষাৰ্থী সকলে বাস্তৱ অভিজ্ঞতালৈ ৰূপান্তৰিত কৰি নিজৰ যোগ্যতা বঢ়াবলৈ সুবিধা পায় কিন্তু আমাৰ দেশত তেনে সুবিধা নথকাৰ কাৰণে শিক্ষাৰ্থী সকলে বহুতো বাধাৰ সন্মুখীন হ'বলগীয়া হয়। সেয়েহে বৃত্তিমূলক শিক্ষা বাস্তৱৰ উপযোগী কৰিবলৈ হ'লে বিভিন্ন সৰঞ্জাম আৰু বিভাগ থকা পূৰ্ণাঙ্গ কাৰখানা শিক্ষানুষ্ঠানৰ লগত ৰখাৰ বিশেষ প্ৰয়োজন।

(৩) পাঠ্যক্ৰমৰ সংস্কাৰ এই ক্ষেত্ৰত আন এটি আৱশ্যকীয় কথা। গতানুগতিকভাৱে আমাৰ শিক্ষানুষ্ঠানবোৰত পূৰণিকলীয়া পাঠ্যক্ৰম চলি আহিছে। গৱেষণাৰ ভেটিত সেই পাঠ্যক্ৰম পুনৰ সংগঠন কৰিবলৈ কোনো প্ৰচেষ্টা চলা নাই। গতিকে বিভিন্ন কাৰিকৰী বিষয়ত চলি থকা পাঠ্যক্ৰমৰ সংস্কাৰ কৰি সমাজৰ প্ৰয়োজন অনুসৰি নতুনকৈ গঢ়ি তোলাৰ বিশেষ প্ৰয়োজন।

(৪) অৰ্হতা সম্পন্ন শিক্ষক নিয়োগ ঃ—কাৰিকৰী আৰু বৃত্তিমূলক শিক্ষা দান কৰিবৰ কাৰণে এদল অৰ্হতা সম্পন্ন শিক্ষকৰ বিশেষ প্ৰয়োজন। কিন্তু লোভনীয় দৰ্মহা আৰু পদমৰ্য্যদাৰ কাৰণে বহু যোগ্য লোকে শিক্ষকতা কৰাতকৈ অন্য চাকৰি কৰিবলৈহে বেছি ভাল পায়। গতিকে শিক্ষানুষ্ঠানৰ কাৰণে যোগ্যতা থকা লোক সদায় পোৱা নাযায়। এই ক্ষেত্ৰত কাৰিকৰী আৰু বৃত্তিমূলক শিক্ষানুষ্ঠানৰ শিক্ষকৰ দৰমহা আদি আকৰ্ষণীয় কৰাৰ বিশেষ প্ৰয়োজন।

## প্ৰশ্ন

১। কাৰিকৰী আৰু বৃত্তিমূলক শিক্ষাৰ ক্ষেত্ৰত অসমত হোৱা অগ্ৰগতি সম্পৰ্কে বহলাই লিখা।

Discuss elaborately about the progress of technical and vocational education in Assam.

২। বৃত্তিমূলক শিক্ষাৰ সমস্যাবোৰৰ বিষয়ে তোমাৰ পৰামৰ্শ আৰু মন্তব্য দিয়া।

Give your opinion and suggestion for the solution of problems in the sphere of vocational education in Assam.

# অষ্টম অধ্যায়

## অসমৰ সামাজিক শিক্ষা আৰু ইয়াৰ সমস্যা

## ( Social Education and its Problems in Assam )

সাম্প্ৰতিক কালত সমগ্ৰ বিশ্বজুৰি গণতন্ত্ৰৰ সাফল্যৰ কাৰণে সামাজিক শিক্ষাৰ সম্প্ৰসাৰণ আৰু উন্নয়নৰ কাৰণে জনমত গঢ়ি উঠা দেখা গৈছে। কাৰণ ইয়াৰ লগতে জড়িত হৈ আছে দেশৰ উন্নতি সুখ আৰু সমৃদ্ধি। ব্যক্তিগত সামাজিক অথবা অৰ্থনৈতিক কোনো কাৰণত বহুলোকে পঢ়াশুনা কৰাৰ উপযুক্ত বয়সত স্কুললৈ যোৱাৰপৰা বিৰত থাকিব লগীয়া হয়। আন একাংশ লোকে স্কুলত ভৰ্তি হ'লেও শিক্ষাকাল সম্পূৰ্ণ নৌ হওঁতেই স্কুল এৰি থৈ আহিব লগীয়া হয়। গতিকে দেখা যায় যে আমাৰ দেশত অবৈতনিক শিক্ষাৰ প্ৰচলন নথকা গতিকে শতকৰা প্ৰায় ৮০ ভাগ বয়স্ক লোক নিৰক্ষৰ হৈ থাকে। এই নিৰক্ষৰ লোকসকলৰ কাৰণে যি বিদ্যালয় বা শ্ৰেণী স্থাপিত হৈছে তাক বয়স্ক শিক্ষাৰ অনুষ্ঠান বা শ্ৰেণী ( Adult education centres and classes ) বুলি জনা যায়। এই বিদ্যালয় আৰু শ্ৰেণীসমূহৰ সহায়ত পলমকৈ হ'লেও বয়সীয়াল নিৰক্ষৰ লোকক সাক্ষৰ কৰিবলৈ আৰু জীৱনৰ কাৰণে অত্যন্ত প্ৰয়োজনীয় জ্ঞান দিবলৈ চেষ্টা কৰা হয়। বৰ্তমান সমগ্ৰ পৃথিৱীতে বয়স্ক শিক্ষাই বিশেষ প্ৰধান্য লাভ কৰিছে। কিয়নো যি জাতিৰ মাথো এটি মুষ্টিমেয় সংখ্যক লোকহে শিক্ষিত আৰু বাকী সৰহ ভাগ লোক অজ্ঞানতাৰ আন্ধাৰত সেই জাতিয়ে অন্যান্য প্ৰগতিশীল জাতিৰ লগত সমানে অগ্ৰসৰ হ'ব নোৱাৰে। আমাৰ দেশত এক বুজন সংখ্যক লোক নিৰক্ষৰ হৈ থকা কাৰণে বয়স্ক শিক্ষা বিষয়টো এটা ভাবিব লগীয়া সমস্যা হৈ পৰিছে। কিয়নো এই নিৰক্ষৰ জনসংখ্যাক শিক্ষাৰ পোহৰ দিব নোৱাৰিলে দেশৰ অন্যান্য শিক্ষাৰ পৰিকল্পনাকো ফলৱতী কৰি তোলাতো অত্যন্ত জটিল কাম হৈ পৰিছে। বয়স্ক শিক্ষাৰ পৰিধি এতিয়া অৱশ্যে ব্যক্তিক আখৰৰ লগত পৰিচিত কৰি দিয়াতেই সীমাবদ্ধ হৈ থকা নাই। বৰ্তমানে এই শিক্ষা জীৱনকেন্দ্ৰিক হৈ পৰিছে। অৰ্থাৎ দেশ-কাল-পাত্ৰ ভেদে এই শিক্ষাই শিক্ষাৰ্থীক কিছুমান বিশেষ বিষয়ত দক্ষতা লাভৰ অধিকাৰী কৰাৰ ওপৰত গুৰুত্ব দিয়া হৈছে। সেইবোৰ হ'ল—

(১) চিন্তা আৰু ভাব বিনিময় কৰাৰ দক্ষতা।

(২) কাৰিকৰী দক্ষতা।
(৩) ব্যক্তিগত আৰু সামাজিক স্বাস্থ্য বিষয়ৰ শিক্ষা।
(৪) সাধাৰণ ব্যৱহাৰিক বিজ্ঞানৰ শিক্ষা।
(৫) শিল্পকলাৰ বা উন্নত ধৰণৰ হাতৰ কামৰ জ্ঞানদান।
(৬) জাগতিক পৰিবেশ, সামাজিক আইন আৰু শাসন প্ৰণালী সম্পৰ্কে বিশেষ জ্ঞান।
(৭) আৰ্থিক আৰু নৈতিক শক্তি অৰ্জন।
(৮) নাগৰিক আৰু সামাজিক অধিকাৰবোধৰ শিক্ষা।

এইদৰে বয়স্ক শিক্ষাৰ আঁচনিয়ে বহল অৰ্থ গ্ৰহণ কৰাত ইয়াক নতুনকৈ সমাজিক শিক্ষা ( Social Education ) নামাকৰণ কৰা হৈছে। ইংলণ্ডত ইয়াক বয়স্ক শিক্ষা ( Adult Education ), চীনদেশত গণ শিক্ষা ( Mass Education ) আৰু বিশ্ব সংঘৰ পৰিকল্পনাত মূল শিক্ষা ( Fundamental Education ) বোলা হয়। বয়স্ক শিক্ষাৰ পৰিকল্পনাত মূঠতে তিনিটা কথাৰ ওপৰত বিশেষ গুৰুত্ব দিয়া হয়। যেনে—

(ক) জীৱনযাত্ৰাৰ মান উন্নয়ন।
(খ) স্বাস্থ্য-সন্মত জীৱন নিৰ্বাহ।
(গ) অৱসৰ বিনোদনৰ ব্যৱস্থা।

গতিকে দেখা যায় যে এই শিক্ষা আঁচনিয়ে এজন বয়স্ক লোকক সাক্ষৰ কৰি তোলাৰ উপৰিও সুস্থ সমাজৰ এজন সুনাগৰিক কৰি গঢ় দিয়াৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰে। লোক-শিক্ষা বা বয়স্ক শিক্ষাই হ'ল গণতন্ত্ৰৰ ঘাই ভেটি। গণতন্ত্ৰৰ সাফল্য আৰু কাৰ্য্যকাৰিতা ঘাইকৈ নিৰ্ভৰ কৰে তাৰ শিক্ষিত নিৰ্বাচকমণ্ডলীৰ ওপৰত। ৰাষ্ট্ৰৰ প্ৰতিজন পুৰুষ-নাৰীক সামাজিক, ৰাষ্ট্ৰীয় আৰু আন্তৰ্জাতিক সমস্যা আৰু আলোচনাত সজ্ঞান আৰু সক্ৰিয় অংশ গ্ৰহণ কৰিব পৰাকৈ গঢ় দিব পৰাটোৱেই হ'ল গণতন্ত্ৰৰ উদ্দেশ্য। এই উদ্দেশ্য বাস্তৱত ৰূপায়িত কৰিবৰ কাৰণে বয়স্ক শিক্ষাৰ কেন্দ্ৰ বা বিদ্যালয়সমূহে তলত দিয়া কাৰ্য্যসূচী হাতত লোৱা দেখা যায়। যেনে—

(ক) বয়স্ক লোকৰ কাৰণে ঠায়ে ঠায়ে নৈশ বিদ্যালয় নাইবা নৈশ শ্ৰেণী স্থাপন কৰি সেই এলেকাৰ নিৰক্ষৰ লোকসকলক আখৰৰ জ্ঞান দান।
(খ) সময়ে সময়ে ন-শিকাৰু আৰু বয়স্ক শিক্ষাৰ্থীৰ উপযোগী অনাতাৰ ভাষণ প্ৰচাৰ।



(গ) স্বাধীন ৰাষ্ট্ৰৰ বিবিধ সমস্যা সম্পৰ্কে নাটক আদি সংগঠন।
(ঘ) শিক্ষামূলক কথাছবিৰ প্ৰদৰ্শন।
(ঙ) ভিতৰুৱা গাওঁ অঞ্চলত কোনো হস্তশিল্পৰ শিক্ষাদান।
(চ) আলোচনী প্ৰকাশ।
(ছ) বয়স্ক শিক্ষাৰ্থীৰ উপযোগী কথিকা প্ৰচাৰৰ ব্যৱস্থা।
(জ) প্ৰদৰ্শনী আৰু মেলাৰ মাধ্যমত লোকশিক্ষা প্ৰচাৰৰ দিহা।
(ঝ) চলন্ত পুথি-ভঁৰালৰ ব্যৱহাৰ ইত্যাদি।

১৯৭৭ চনত নতুন জনতা চৰকাৰে কাৰ্য্যভাৰ গ্ৰহণ কৰাৰ পাছত কেন্দ্ৰীয় শিক্ষামন্ত্ৰীয়ে দেশৰ লাখ লাখ নিৰক্ষৰ জনতাৰ সাক্ষৰতাৰ কাৰণে উপদেশ দিয়া আৰু কৰ্মকৌশল উদ্ভাৱন কৰিবৰ কাৰণে এখন ৰাষ্ট্ৰীয় বোৰ্ড গঠন কৰে। এই বোৰ্ডৰ সদস্য সকলৰ ভিতৰত চাৰিগৰাকী কেন্দ্ৰীয় মন্ত্ৰী আৰু পৰিকল্পনা আয়োগৰ উপ-সভাপতিও আছে। উল্লেখযোগ্য যে দেশৰ সাক্ষৰতাৰ হাৰ ১৯৪৭ চনৰ চৈধ্য শতাংশৰ পৰা ১৯৭১ চনত ৩৩·৮৫% লৈ বৃদ্ধি পাইছিল। অৱশ্যে এই নিৰিখ মুঠেই সন্তোষজনক নহয় যে তাত কোনো সন্দেহ নাই।

অসমত বয়স্ক শিক্ষাক সামাজিক শিক্ষা বোলা হয়। সামাজিক শিক্ষাৰ এটি সুকীয়া বিভাগ এজন বিভাগীয় কৰ্মচাৰীৰ ( Social Education Officer ) ওপৰত ন্যস্ত আছে। এই বিভাগ চৰকাৰৰ শিক্ষাবিভাগৰ তলত। জিলা পৰ্য্যায়তো সামাজিক শিক্ষা বিস্তাৰৰ কাৰণে জিলা সামাজিক শিক্ষা কৰ্মচাৰী (District Social Education Officer) নিযুক্ত কৰা হৈছে।

অসমত সামাজিক শিক্ষা বিস্তাৰত পুৰণি ধৰ্মানুষ্ঠান যেনে মন্দিৰ, মছজিদ-বোৰে যথেষ্ট বৰঙণি যোগাইছিল। এইবোৰৰ উপৰিয়ো ভাওনা, সবাহ, মেলা আদিয়েও জনগণক প্ৰকৃতাৰ্থত শিক্ষিত কৰাত যথেষ্ট অৰিহণা যোগাইছিল। ১৯৪০ চনৰ ইংৰাজ চৰকাৰৰ আমোলত অসমত প্ৰথম প্ৰাপ্ত বয়স্কসকলৰ শিক্ষাৰ পাতনি মেলা হয়। কিন্তু দেশে স্বাধীনতা পোৱাৰ পাছতহে এই আঁচনিৰ কাম কাৰ্য্যকৰী হৈ উঠে। জনশিক্ষা অভিযানৰ (Mass literary campaign) সহায়ত ৰাজ্যৰ সকলো ঠাইতে শিক্ষা বিস্তাৰ কৰিবৰ কাৰণে কাৰ্যকৰী ব্যৱস্থা হাতত লোৱা হৈছিল। ১৯৪৯-৫০ চনত এই জনশিক্ষা অভিযানে সামাজিক শিক্ষাৰ ৰূপ ধাৰণ কৰিলে। সামাজিক শিক্ষাৰ বাবে বছৰি তিনিটাকৈ তিনিমহীয়া পাঠ্যক্ৰমৰ ব্যৱস্থা কৰা হয়। প্ৰতিটো শিক্ষা কালৰ অন্তত একোটিকে পৰীক্ষা লৈ তাৰ ফলাফল ঘোষণা কৰা হয়।

দেশে স্বাধীনতা পোৱাৰ পিছত জাতীয় চৰকাৰে নিৰক্ষৰ দেশবাসীৰ জীৱন দৰ্শন, আচাৰ ব্যৱহাৰ, জীৱনধাৰণৰ মানদণ্ড, সামাজিক আৰু ৰাজনৈতিক দৃষ্টিভংগী সলনি কৰাৰ গধুৰ দায়িত্ব মূৰপাতি লবলগীয়া হয়। অসমতো সেই উদ্দেশ্যে সামাজিক শিক্ষাবিভাগ সংগঠিত কৰা হৈছিল। তেতিয়া ই প্ৰাদেশিক জনশিক্ষা কমিটিৰ অধীনত আছিল। অৱশ্যে ইয়াৰ আগতে বৃটিছ চৰকাৰৰ আমোলত অসমত প্ৰাপ্তবয়স্কৰ নিৰক্ষৰতা দূৰীকৰণৰ কাৰণে বেচৰকাৰী অনুষ্ঠানৰ উদ্যোগত ১৯৩৯ চনতে প্ৰচেষ্টা চলোৱা হৈছিল। প্ৰথম অৱস্থাত এই আঁচনি অসমৰ ভৈয়াম অঞ্চলতে আৰম্ভ আছিল। কিন্তু ১৯৪৯-৫০ চনৰ পাছত এই কাৰ্য্যসূচী পৰ্বতীয়া জনজাতীয় লোকৰ মাজতো সম্প্ৰসাৰিত কৰা হৈছিল। তেতিয়াৰে পৰা ইয়াক বয়স্ক শিক্ষাৰ সলনি সামাজিক শিক্ষা নামেৰে নামাকৰণ কৰা হয়।

১৯৫৫-৫৬ চনত অসমত মুঠতে পুৰুষৰ কাৰণে ৬৯১ টা আৰু মহিলাৰ কাৰণে ৪৮ টা কেন্দ্ৰ আছিল। ইয়াৰ ছাত্ৰসংখ্যা আছিল ক্ৰমে ৩৯৭৭১ আৰু ৪২৯৫ জন।

তেতিয়াৰে পৰা অসমৰ সামাজিক শিক্ষাই দ্ৰুতভাৱে সম্প্ৰসাৰিত হবলৈ ধৰে। এই বিভাগৰ অন্যান্য উন্নয়ন মূলক আঁচনিৰ লগতে বিশেষ গুৰুত্ব লাভ কৰিছিল বয়স্ক লোকক সাক্ষৰতা দানৰ আঁচনিয়ে। ১৯৬৪ চনৰ পৰা এই সাক্ষৰতাৰ কামত বিশেষ অগ্ৰগতি দেখা গৈছিল। তলত তাৰেই খতিয়ান দাঙি ধৰা হ'ল—

| বছৰ | ছাত্ৰ সংখ্যা | | কেন্দ্ৰৰ সংখ্যা | | সাক্ষৰ কৰা লোকৰ সংখ্যা | |
|---|---|---|---|---|---|---|
| | পুৰুষ | মহিলা | পুৰুষ | মহিলা | পুৰুষ | মহিলা |
| ১৯৬৪ | ২৪৮৭৫ | ৩৫৮১৮ | ১৫৪০ | ২১৭৩ | ১৪৯৬৯ | ২০২৯২ |
| ১৯৬৫ | ৬৬৬৬৫ | ৮৫৯৮২ | ৪১১৯ | ৫০৪৯ | ৩১৪৩৮ | ৩১৯৯৮ |
| ১৯৬৬ | ১০৩৫৮ | ৮৫৩৭ | ৭৪১ | ৫১৮ | ১৭৬২ | ১১৯৯ |
| ১৯৬৭ | ৩০৪৬৫ | ১৭৯১২ | ১০৩৮ | (সংযুক্ত) | ১৮৯৮৪ | ৯৬৫৩ |
| মুঠ | ১৩২১৬৩ | ১৪৮২৪৯ | ৭৪৩৮ | ৭৭৪০ | ৬৭১৫৩ | ৬৩১৪২ |



কোনো কোনো ঠাইত নতুনকৈ সাক্ষৰ হোৱা বয়স্ক লোক সকলে লগলাগি একোখন স্থায়ী বয়স্ক শিক্ষাৰ স্কুল পতা দেখা গৈছিল। চৰকাৰী অনুদান আৰু স্থানীয় লোকৰ সাহায্যৰে এনে স্কুলবোৰৰ যাবতীয় কাৰ্য্য চলিছিল। ১৯৬৯ চনত এনে স্কুলৰ সংখ্যা আছিল ৪৫ খন।

অসমৰ সামাজিক শিক্ষা বিস্তাৰৰ কাৰ্য্যত নিম্নোক্ত উপায়বোৰ সাধাৰণতে ব্যৱহাৰ কৰা হয়। যেনে :—

(১) বয়স্ক শিক্ষাৰ কেন্দ্ৰ ঃ

এই কেন্দ্ৰবোৰৰ মুখ্য উদ্দেশ্য হ'ল নিৰক্ষৰ লোকক সাক্ষৰ কৰাটো। ১৯৪৯-৫০ চনত অসমত পুৰুষ মহিলা উভয়ৰে কাৰণে এনে শিক্ষা কেন্দ্ৰৰ সংখ্যা আছিল ৭১৯ টা। তলত ১৯৬৪-৬৫ চনৰ পৰ ১৯৬৬-৬৭ চনলৈ অসমত গঢ়ি উঠা বয়স্ক শিক্ষাৰ অনুষ্ঠান, শিক্ষকৰ সংখ্যা আৰু মুঠ আয় ব্যয়ৰ পৰিমাণ দেখুৱা হ'ল—

| বছৰ | শিক্ষকৰ সংখ্যা | ব্যয়ৰ পৰিমাণ (লাখৰ সংখ্যাত) |
|---|---|---|
| ১৯৬৪-৬৫ | ৩৭৮ | ১.০৪ |
| ১৯৬৫-৬৬ | ৪৭৭ | ১.১৯ |
| ১৯৬৬-৬৭ | ২৯১৪ | ১.১৭ |

১৯৬৮-৬৯ চনত অসমত মুঠতে ২৫৫৯ টা বয়স্ক শিক্ষাৰ কেন্দ্ৰ আছিল।

(২) গ্ৰন্থাগাৰ ঃ

গাৱলীয়া অনুন্নত অঞ্চলত গ্ৰন্থাগাৰ পাতি বিভিন্ন ধৰণৰ কিতাপ পত্ৰ, আলোচনী, পুস্তিকাপত্ৰ আদি পঢ়িবলৈ ন-শিকাৰুৰ লগতে অন্যান্য লোককো উৎসাহিত কৰাটোৱে হ'ল গ্ৰন্থাগাৰবোৰৰ মূল উদ্দেশ্য। ১৯৫৯-৬০ চনত চৰকাৰৰ তৰফৰ পৰা ৪০০০ টকাৰ এটি অনুদান গ্ৰন্থাগাৰবোৰৰ মাজত বিতৰণ কৰা হৈছিল। অসমত সেই বছৰত সৰ্বমুঠ ৮০০ ৰো বেছি এনে গ্ৰন্থাগাৰ স্থাপিত হৈছিল।

(৩) পুস্তক প্ৰকাশ ঃ

ন-শিকাৰুৱে যাতে লিখা পঢ়া পাহৰি নাযায় তাৰ কাৰণে সামাজিক শিক্ষা বিভাগে সহজ সৰল ভাষাত বাস্তৱ জীৱনৰ উপযোগী বিভিন্ন বিষয়ৰ কিতাপ প্ৰকাশ কৰি এনে লোকৰ মাজত বিলাই দিয়াৰ ব্যৱস্থা কৰে। "জনশিক্ষা" নামৰ এখন আলোচনী এই বিভাগৰ তত্বাবধানত প্ৰকাশিত হয়। ইয়াত বয়স্ক শিক্ষাৰ্থীৰ উপযোগী গল্প, কবিতা, প্ৰবন্ধ, নাটক আদি প্ৰকাশ কৰা হয়। খাচীয়া, গাৰো, ইত্যাদি ভাষাত ন শিকাৰুৰ উপযোগী কিতাপও এই বিভাগে মাজে সময়ে উলিয়ায়।

(৪) সমাজ কল্যাণ কেন্দ্ৰ ঃ

কিছুমান সমাজ কল্যাণ কেন্দ্ৰৰ যোগেদি বয়স্ক লোকক সাক্ষৰতা দান কৰি এক উন্নত আৰু সুখৰ জীৱন যাপনৰ বাবে জ্ঞান দান কৰা হয়।

(৫) সাংস্কৃতিক কাৰ্য্যসূচী ঃ

নাটক, ভাওনা, নৃত্যগীত, সভাসমিতি, বিভিন্ন প্ৰতিযোগিতা আদিৰ আয়োজন কৰি উন্নত জীৱনধাৰণ প্ৰণালীৰ প্ৰতি ৰাইজক সচেতন কৰিবলৈ সামাজিক শিক্ষা বিভাগে প্ৰচেষ্টা চলায়। তাৰ কাৰণে চৰকাৰৰ তৰফৰপৰা ঠায়ে ঠায়ে সামূহিক অঁনাতাৰ যন্ত্ৰৰ যোগান ধৰা, চলন্ত পুথিভৰাল, কথাছবি প্ৰদৰ্শন, সভাসমিতি ইত্যাদি বিবিধ কাৰ্য্যসূচী গ্ৰহণ কৰা হয়।

(৬) জনতা কলেজ ঃ

সামাজিক শিক্ষা প্ৰসাৰৰ কাৰণে কৰ্মীসকলক প্ৰশিক্ষণ দিবলৈ বিভিন্ন ৰাষ্ট্ৰত প্ৰতিষ্ঠা কৰাৰ দৰেই অসমতো ১৯৫৪ চনত তিতাবৰত এখন জনতা কলেজ পতা হয়। গাঁও সংগঠন, নাগৰিকত্ব বৃত্তিমূলক শিক্ষা, কলা আৰু সাংস্কৃতিক শিক্ষা, গাঁৱৰ অৰ্থনীতি আৰু সহযোগিতা ইত্যাদি বিষয়বোৰ ইয়াৰ পাঠ্যক্ৰমত অন্তৰ্ভুক্ত কৰা হয়।

(৭) অন্যান্য উন্নয়নমূলক কাম ঃ

বিভিন্ন সামূহিক উন্নয়ন কেন্দ্ৰ, মহিলা সমিতি, ভাৰত সেৱক সমাজ, সম জ কল্যাণ বিভাগ, বিভিন্ন সঙ্ঘ ইত্যাদিৰ উদ্যোগতো সামাজিক শিক্ষা বিস্তাৰ কৰিবলৈ প্ৰচেষ্টা চলোৱা হয়। কিন্তু চৰকাৰী তহবিলৰ পৰা যথেষ্ট ব্যয় আৰু এই ক্ষেত্ৰত কৰ্মী নিয়োগ কৰিলেও এতিয়ালৈ আশানুৰূপ ফল লাভ কৰিব পৰা নাই।



সামাজিক শিক্ষাৰ ঘাই সমস্যাবোৰ হ'ল—

(ক) বয়স্ক শিক্ষাৰ্থীৰ শিক্ষাৰ প্ৰতি ধাউতিৰ অভাৱ ঃ

কিয়নো তেওঁলোকে একোটা পৰিয়ালৰ দায়িত্ব বহন কৰি শিক্ষা লাভ কৰিবলগীয়া হয়। গতিকে প্ৰাপ্ত বয়স্ক শিক্ষাৰ্থীৰ সামাজিক শিক্ষাৰ প্ৰতি আগ্ৰহ বঢ়াবলৈ হলে এই শিক্ষা জীৱন আৰু বৃত্তিমুখী কৰিব লাগিব।

(খ) শিক্ষিত লোকৰ উদাসীনতা ঃ

আমাৰ দেশৰ শিক্ষিত লোকসকল সামাজিক শিক্ষাৰ প্ৰতি আগ্ৰহহীন। শিক্ষিত লোকৰ অৱহেলাৰ কাৰণেই নিৰক্ষৰ লোকসকলে সামাজিক শিক্ষাৰ প্ৰতি আগ্ৰহবোধ কৰা দেখা নাযায়।

(গ) সা-সৰঞ্জামৰ অভাৱ ঃ

সামাজিক শিক্ষাৰ সাফল্য নিৰ্ভৰ কৰে বিভিন্ন ধৰণৰ শ্ৰব্যদৃশ্য উপকৰণৰ (Audio-visual aids) ওপৰত। কথাছবি, ৰেডিও, চলন্ত পুথিভৰাল ইত্যাদিয়ে গাঁৱলীয়া নিৰক্ষৰ জনগণৰ মাজত শিক্ষাবিস্তাৰত যথেষ্ট সহায় কৰে। কিন্তু আমাৰ অসমৰ ভিতৰুৱা অঞ্চলত এনেবোৰ সা-সৰঞ্জামৰ অভাৱত জনতা শিক্ষাৰ পোহৰৰ পৰা বঞ্চিত হৈ থাকিব লগীয়া হৈছে। চৰকাৰৰ তৰফৰ পৰা সামাজিক অনাতাঁৰ যন্ত্ৰ (Community Radio set) দিয়া হৈছে যদিও জনসংখ্যা অনুপাতে এইবোৰৰ সংখ্যা যথেষ্ট নহয়। আনহাতে দুখীয়া ৰাইজে টকা-পইচাৰ অভাৱত নিজৰ সামৰ্থৰে এনেবোৰ বস্তু কিনি উপকৃত হ'ব পৰা নাই।

(ঘ) ৰক্ষণশীল মনোভাব ঃ

আধুনিক সভ্যতাই স্পৰ্শ নকৰা আৰু পিছপৰা অঞ্চলবিলাকৰ বাসিন্দা-সকল এতিয়াও ৰক্ষণশীল অৱস্থাতে আছে। গতিকে বৰ্তমানে সমাজলৈ যি পৰিবৰ্তনৰ সোঁত বলিছে তাৰ প্ৰতি তেওঁলোক উদাসীন আৰু উন্নত জীৱন যাপনৰ প্ৰতিও নিৰ্বিকাৰ হৈ থকা দেখা যায়। এই ৰক্ষণশীলতাৰ কাৰণে সামাজিক শিক্ষা সিমান ফলৱতী হ'ব পৰা নাই।

(ঙ) উপযুক্ত কিতাপৰ অভাৱ ঃ

সামাজিক শিক্ষাৰ আন এটা সমস্যা হ'ল ন-শিকাৰুৰ কাৰণে উপযুক্ত কিতাপপত্ৰ, আলোচনীৰ অভাৱ। সামাজিক শিক্ষাৰ সাফল্য নিৰ্ভৰ কৰে প্ৰাপ্তবয়স্ক লোকসকলক সাক্ষৰ কৰি তোলাৰ লগতে তেওঁলোকক উপযুক্ত

নাগৰিকত্বৰ জ্ঞান দান কৰাত। কিন্তু দুখৰ বিষয়, অসমত পৰ্য্যাপ্ত পৰিমাণৰ কিতাপ-পত্ৰৰ অভাৱত এই ক্ষেত্ৰত আগবাঢ়িব পৰা হোৱা নাই।

**(চ) বৰ্দ্ধিত জনসংখ্যাৰ তুলনাত শিক্ষা সংক্ৰান্ত সা-সুবিধাৰ অভাৱ ঃ**

আমাৰ দেশৰ বৰ্দ্ধিত জনসংখ্যাৰ তুলনাত শিক্ষা সংক্ৰান্ত সা-সুবিধাৰ অত্যন্ত অভাৱ। এখন বিশাল দেশৰ এক বিৰাট সংখ্যক প্ৰাপ্তবয়স্ক নিৰক্ষৰ লোকক সামাজিক শিক্ষাৰ দ্বাৰা শিক্ষিত কৰি তোলা কাৰ্য্যত যথেষ্ট ধনৰ প্ৰয়োজন হয়। ধনৰ লগতে এই ক্ষেত্ৰত কাম কৰিব পৰা ভাল কৰ্মীৰো প্ৰয়োজন। কিন্তু দুখৰ বিষয় 'আমাৰ অসমত দুয়োটাৰে অভাৱ, গতিকে সামাজিক শিক্ষাই ইয়াত গা কৰি উঠিব পৰা নাই।

এখন সমাজ বা ৰাষ্ট্ৰৰ উন্নতিৰ কাৰণে বয়স্ক শিক্ষাৰ আঁচনিৰ যে কিমান প্ৰয়োজন তাক দোহৰি কবৰ প্ৰয়োজন নাই। এই শিক্ষাৰ সাফল্য নিৰ্ভৰ কৰিছে দেশবাসীৰ আন্তৰিক সহযোগ আৰু সক্ৰিয় প্ৰচেষ্টাত। ইয়াৰ কাৰণে প্ৰথম আৰু প্ৰধান প্ৰয়োজন হ'ল যোগ্য কৰ্মী এদলৰ। এনে যোগ্যতাসম্পন্ন এদল কৰ্মীৰ আন্তৰিক চেষ্টাৰ দ্বাৰাইহে সামাজিক শিক্ষাৰ লক্ষ্যত আমাৰ দেশে উপনীত হবলৈ সক্ষম হ'ব।

**(ছ) পাঠ্যক্ৰমৰ অনুপযুক্ততা ঃ**

প্ৰাপ্তবয়স্ক লোকৰ কাৰণে প্ৰয়োজনীয় জ্ঞান আৰু অভিজ্ঞতাৰ ভেটিতহে সামাজিক শিক্ষাৰ পাঠ্যক্ৰম ৰচিত হব লাগে। কিন্তু কাৰ্য্যক্ষেত্ৰত দেখা যায় যে বৰ্তমান বয়স্ক লোকৰ কাৰণে প্ৰস্তুত কৰা পাঠ্যক্ৰমত গ্ৰাম্যজীৱনৰ প্ৰয়োজন আৰু সমাজ ব্যৱস্থাৰ সম্পৰ্ক বৰ কম।

**(জ) প্ৰশিক্ষণ প্ৰাপ্ত শিক্ষকৰ অভাৱ ঃ**

বয়স্ক লোকক সাক্ষৰ কৰাৰ লগতে গণতান্ত্ৰিক জীৱনৰ কাৰণে উপযোগী অভিজ্ঞতা দি সুশিক্ষিত কৰি তোলাৰ কাৰণে এদল সুদক্ষ আৰু প্ৰশিক্ষণপ্ৰাপ্ত সমাজ কৰ্মীৰ প্ৰয়োজন। কিন্তু আমাৰ দেশত এনে কৰ্মীৰ অভাৱৰ কাৰণে বহুতো আঁচনি কাযকৰী কৰিব পৰা হোৱা নাই।

**(ঝ) শিক্ষা পদ্ধতিৰ অভাৱ ঃ**

শিশু আৰু প্ৰাপ্তবয়স্ক লোকৰ শিক্ষাৰ ক্ষেত্ৰত শিক্ষাদান পদ্ধতিৰ পাৰ্থক্য যে থাকিব লাগিব, সেই কথা দোহাৰিবৰ প্ৰয়োজন নাই। বয়স্ক লোকৰ মানসিকতা শক্তি, ৰুচি অভিৰুচি ইত্যাদিৰ বিষয়ে সম্যক জ্ঞান লাভ কৰি এনে



পদ্ধতি নিৰ্ধাৰণ কৰিব লাগে। কিন্তু বৰ্তমানে কোনো সুচিন্তিত কাৰ্য্যকৰী পদ্ধতি ব্যৱহৃত হোৱা দেখা নাযায়।

**(ঞ) পৰিবহন ব্যৱস্থাৰ অসুবিধা ঃ**

অসমৰ বহুতো গাঁৱত এই আঁচনি বিয়পি পৰিছে যদিও কিছুমান অতি ভিতৰুৱা গাঁৱৰ বাইজে সামাজিক শিক্ষাৰ পোহৰৰ পৰা এতিয়াও বঞ্চিত হৈ আছে। ইয়াৰ প্ৰধান কাৰণ হ'ল—এনে অঞ্চলত যানবাহনৰ অভাৱ। সামাজিক শিক্ষাবিভাগৰ বহুতো কৰ্মীয়ে এই কাৰণতে দায়িত্ব পালন কৰাত অসুবিধাৰ সন্মুখীন হ'ব লগীয়াত পৰে।

ওপৰত উল্লেখ কৰা সমস্যাৰ সমাধান কৰিবলৈ হ'লে তলত দিয়া পৰামৰ্শখিনি আগবঢ়াব পাৰি।

(১) সামাজিক শিক্ষাক জীৱনধৰ্মী আৰু বাস্তৱমুখী কৰিব লাগিব।

(২) বয়স্ক শিক্ষাৰ আঁচনিৰ লগত সমাজৰ বিভিন্ন ব্যক্তি আৰু অনুষ্ঠানক জড়িত কৰি লব লাগিব।

(৩) ভিতৰুৱা গাঁও অঞ্চলত পৰিবহন ব্যৱস্থাৰ উন্নতি বিধান কৰিব লাগিব।

(৪) জনশিক্ষাৰ মাধ্যম হিচাপে গ্ৰহণ কৰা আধুনিক সা-সঁজুলি, বিশেষকৈ শ্ৰব্য-দৃশ্য উপকৰণৰ (audio visual aids) যোগান ধৰিব লাগিব।

(৫) ৰাইজৰ ৰক্ষণশীল মনোভাব দূৰ কৰিব লাগিব।

(৬) ন-শিকাকৰ কাৰণে মাতৃভাষাত উপযুক্ত কিতাপ, আলোচনী আদিৰ যোগান ধৰিব লাগিব।

(৭) প্ৰাপ্তবয়স্ক লোকৰ পাঠ্যক্ৰমৰ সংস্কাৰ সাধন কৰিব লাগিব।

(৮) সামাজিক শিক্ষাৰ কৰ্মীৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰিব লাগিব।

(৯) প্ৰাপ্তবয়স্ক লোকৰ শিক্ষাত কাৰ্য্যকৰী পদ্ধতি অনুসৰণ কৰিব লাগিব।

## প্ৰশ্ন

১। সামাজিক শিক্ষা কাক কয়? এই শিক্ষাৰ গুৰুত্ব সম্পৰ্কে বহলভাৱে আলোচনা কৰা।

What is social education? Discuss elaborately about the significance of social education.

২। অসমত সামাজিক শিক্ষাৰ অগ্ৰগতি সম্পৰ্কে চমু ৰচনা লিখা।

Write a short essay about the development of social education in Assam.

৩। অসমৰ সামাজিক শিক্ষাৰ ঘাই সমস্যাবোৰৰ বিষয়ে বৰ্ণনা কৰা। সেই সমস্যাবোৰৰ সমাধানৰ কাৰণে তোমাৰ পৰামৰ্শ কি ?

Enumerate the main problems of social education in Assam. What are your suggestions for the solution of those problems ?

—×—

# নবম অধ্যায়

## অসমত স্ত্ৰী শিক্ষা

### ( Female education in Assam )

এখন দেশ বা সমাজৰ উন্নতি অধোন্নতি বহুলাংশে নিৰ্ভৰ কৰে সেই দেশৰ নাৰীৰ প্ৰগতিৰ ওপৰত। কিন্তু এই ক্ষেত্ৰত আমাৰ অসমৰ অৱস্থা মুঠেই সন্তোষজনক নহয়। দেখা যায় যে ইংৰাজ শাসকসকলে দেশ অধিকাৰ কৰাৰ বহুদিন পিছলৈকে নাৰী শিক্ষাৰ প্ৰতি কোনো মনোযোগ দিয়া নাছিল। ইয়াৰ প্ৰধান কাৰণ হ'ল—

(১) ইংৰাজ শাসকসকলৰ দেশত শিক্ষা-সম্প্ৰসাৰণৰ মুখ্য উদ্দেশ্য আছিল প্ৰয়োজনীয় কৰ্মচাৰী নিয়োগ। ছোৱালীবোৰ সেই কামৰ কাৰণে উপযুক্ত নহয় বাবে তেওঁলোকে সেই কামত অযথা অৰ্থ, শ্ৰম আৰু সময় ব্যয় কৰাৰ কোনো প্ৰয়োজন বোধ কৰা নাছিল। (২) ৰক্ষণশীল ভাৰতীয় সমাজত নাৰী শিক্ষাৰ বিষয়টো কোনেও ভালচকুৰে চোৱা নাছিল। এতেকে সমাজ বিৰোধী কাম এটাত উদ্যোগী হৈ শাসকসকলে ৰাইজৰ অপ্ৰিয় ভাজন হবলৈ বিচৰা নাছিল।

স্ত্ৰী শিক্ষাৰ প্ৰয়োজনীয়তাৰ প্ৰতি সমাজৰ দৃষ্টি প্ৰথম আকৰ্ষণ কৰা আৰু এই ক্ষেত্ৰত আশা সুধীয়া ভাবে প্ৰচেষ্টা চলোৱাৰ ক্ষেত্ৰত প্ৰথমেই স্মৰণ কৰিব লাগিব বিদেশী মিছনাৰীসকলৰ অবদানৰ কথা। তেওঁলোকে এই বিষয়ত প্ৰাথমিক প্ৰচেষ্টা হিচাপে গ্ৰহণ কৰা কেইটিমান উল্লেখযোগ্য নিদৰ্শন হ'ল—

(ক) ভাৰতীয় লোকৰ ৰক্ষণশীল স্বভাৱৰ কথা ভালকৈ হৃদয়ঙ্গম কৰি মিছনাৰীসকলৰ পৰিবাৰ বৰ্গই "জানানা স্কুল" খুলি ঘৰে ঘৰে গৈ গৃহিনী আৰু ঘৰৰ ছোৱালীবোৰক শিক্ষিত কৰিবলৈ চেষ্টা কৰিছিল।

(খ) ১৮১৮ চনত ৰেভাৰেণ্ড মেৰ প্ৰচেষ্টাত চুচুড়াত প্ৰথম ছোৱালী স্কুল প্ৰতিষ্ঠিত হৈছিল।

(গ) ১৮২০ চনত ইংৰাজ মহিলাসকলে "কলিকতা ফিমেল জুভেনাইল চোচাইটি গঢ়ি তুলিছিল।

(ঘ) ১৮২৪ চনত লেডী আৰ্মহাষ্টৰ পৃষ্ঠপোষকতাত "লেডীজ চোচাইটি ফৰ লেটিন ফিমেল এডুকেচন" স্থাপিত হৈ নাৰী শিক্ষা বিস্তাৰৰ কাৰণে কাৰ্য্য-সূচী হাতত লৈছিল।

(ঙ) উত্তৰ ভাৰতৰ বিভিন্ন স্থানত মিছনাৰী-মহিলা সকলৰ প্ৰচেষ্টাত ভালেকেইখন ছোৱালীৰ স্কুল, পিতৃ-মাতৃ হীন ছোৱালীৰ কাৰণে অনাথ আশ্ৰম আৰু বোৰ্ডিং স্কুল গঢ়ি উঠিছিল।

(চ) ১৮৪৯ চনত কলিকতাত নাৰী শিক্ষাৰ কেন্দ্ৰ হিচাপে বেথুন স্কুল প্ৰতিষ্ঠিত হোৱাৰ পাছত ভাৰতবৰ্ষৰ স্ত্ৰী শিক্ষাৰ ক্ষেত্ৰত এক নব দিগন্তৰ সৃষ্টি হৈছিল।

**চৰকাৰৰ প্ৰচেষ্টা ঃ**

লৰ্ড উইলিয়াম বেটিংকে সতীদাহ প্ৰথা বন্ধ কৰি আৰু লৰ্ড ডেলহাউচিয়ে চৰকাৰী অৰ্থভাণ্ডাৰৰ পৰা নাৰীশিক্ষাৰ কাৰণে অৰ্থ সাহায্যৰ দাবী কৰি নাৰীশিক্ষা বিস্তাৰৰ প্ৰতি চৰকাৰৰ পূৰ্বৰ দৃষ্টিভঙ্গীৰ পৰিবৰ্তন আনিছিল। ফলত ১৮৫৪ চনৰ উডৰ নিৰ্দেশ নামাত নাৰী শিক্ষাৰ ক্ষেত্ৰত ৰাষ্ট্ৰীয় দায়িত্বৰ কথা স্পষ্টভাৱে স্বীকৃত হয়। এই নিৰ্দেশ নামাত সন্নিৱিষ্ট কেইটিমান ব্যৱস্থা হল—

(১) লোকেলবোৰ্ড, মিউনিচিপেলিটি আৰু ৰাজ্যচৰকাৰৰ অৰ্থভাণ্ডাৰৰ পৰা স্ত্ৰী পুৰুষ উভয়ৰে কাৰণে অৰ্থ ব্যয় কৰা হব।

(২) অনুদানৰ ক্ষেত্ৰত ছোৱালীৰ স্কুলৰ প্ৰতি সহানুভূতিসূচক মনোভাব গ্ৰহণ কৰিব লাগিব।

(৩) ছোৱালীৰ শিক্ষা সাধাৰণ ভাবে পুৰুষৰ লগত একে হলেও কিছু সাংসাৰিক আৰু কাৰ্য্যকাৰী বিষয় অন্তৰ্ভুক্ত কৰিব লাগিব।

(৪) ছোৱালীৰ শিক্ষাৰ সুবিধাৰ কাৰণে ছাত্ৰীবাসৰ ব্যৱস্থা কৰা উচিত হব।

(৫) ছোৱালীৰ কাৰণে অধিক জলপানী দিয়াৰ ব্যৱস্থা কৰিব লাগিব।

(৬) স্কুলবোৰত অকল শিক্ষকেই নহয় যোগ্যতা সম্পন্ন শিক্ষয়িত্ৰীও পালে নিয়োগ কৰিব লাগিব।

(৭) ছোৱালীৰ স্কুল স্থাপনৰ কাৰণে সৰ্বতোপ্ৰকাৰে উৎসাহ আৰু সাহায্য দান কৰিব লাগিব।



১৮৮২ চনৰ হাণ্টাৰ আয়োগে বেচৰকাৰী অনুষ্ঠানৰ যোগেদি স্ত্ৰী শিক্ষাৰ অগ্ৰগতি সাধন কৰিবলৈ চেষ্টা কৰাৰ কথা উল্লেখ কৰিছিল যদিও এই ক্ষেত্ৰত চৰকাৰৰ সক্ৰিয় অংশ গ্ৰহণ কৰাৰ পক্ষপাতী নাছিল। বিংশ শতাব্দীৰ আৰম্ভৰ লগে লগে স্ত্ৰী শিক্ষাৰ ক্ষেত্ৰত দেশৰ নব জাগৰণ দেখা গৈছিল। বিশেষকৈ ১৯১২ চনৰ পিছত বহুবিষয়ত আমাৰ দেশত স্ত্ৰী শিক্ষাৰ দ্ৰুততৰ উন্নতি পৰিলক্ষিত হৈছিল। ঠায়ে ঠায়ে ছোৱালীৰ স্কুল স্থাপন, ছোৱালীৰ কাৰণে জলপানীৰ সংখ্যাবৃদ্ধি, অধিকতৰ শিক্ষয়িত্ৰী নিয়োগ, স্কুলৰ মহিলা পৰিদৰ্শিকাৰ সংখ্যা বৃদ্ধি, এই বিষয়ত অভিভাৱকৰ সচেতন মনোভাব, ইত্যাদিৰ কাৰণে স্ত্ৰী শিক্ষাৰ ক্ষেত্ৰত এনে অগ্ৰগতি পৰিলক্ষিত হৈছিল। ইয়াৰ আগতে ১৯০৪ চনত লৰ্ড কাৰ্জনেও তেওঁৰ শিক্ষানীতি ঘোষণাৰ পত্ৰত নাৰী শিক্ষাৰ উন্নতিৰ কাৰণে অধিকতৰ ছোৱালীৰ স্কুল স্থাপন, অৰ্হতাসম্পন্ন শিক্ষক নিযুক্তি আৰু এনে স্কুলৰ আৰ্থিক অৱস্থা সচ্ছল কৰাৰ কথা দোহাৰিছিল।

ভাৰতৰ স্ত্ৰীশিক্ষাৰ প্ৰসাৰ আৰু উন্নতিৰ ক্ষেত্ৰত বিশেষ অৰিহণা যোগোৱা কেইখনমান আইনৰ কথা এইখিনিতে উল্লেখ কৰিব লাগিব। সেইকেইখন হ'ল—

(১) ১৭৯৫ চনৰ শিশু হত্যা নিৰোধ আইন।

(২) ১৮২৯ চনৰ সতীদাহ প্ৰথা আৰু বিধবাৰ আত্মহত্যা বিৰোধী আইন।

(৩) ১৮৫৬ চনৰ বিধবা বিবাহ আইন।

(৪) ১৮৬৯ চনৰ বিবাহ-বিচ্ছেদ আইন।

(৫) ১৮৭৪ চনৰ বিবাহিতা মহিলাৰ সম্পত্তি আইন।

(৬) ১৯২৫ চনত উত্তৰাধিকাৰ আইন।

এই শতিকাৰ লগে লগে স্ত্ৰী শিক্ষাৰ ক্ষেত্ৰত হোৱা জাগৰণৰ মূলতে আছিল (১) দুখন মহাযুদ্ধৰ ফলত পৃথিৱী ব্যাপি অনুভূত হোৱা সামাজিক আৰু অৰ্থনৈতিক সচেতনতা (২) মহাত্মা গান্ধীৰ অসহযোগ আন্দোলন ; স্বাধীনতা, শান্তি, মৈত্ৰী আৰু অহিংসা নীতিৰ প্ৰভাৱ, (৩) ভাৰতবাসীৰ মাজত জাতীয় চৈতন্যৰ জাগৰণ (৪) পুৰুষ শিক্ষা ব্যাপক হোৱাৰ ফলত স্ত্ৰী প্ৰগতিৰ প্ৰতি সমাজৰ দৃষ্টিভঙ্গীৰ পৰিবৰ্তন (৫) ইউৰোপ আৰু আমেৰিকা আদিত নাৰী মুক্তি আৰু স্ত্ৰী জাগৰণ আন্দোলনৰ প্ৰভাৱ।

১৯২৯ চনত হাৰ্টগ কমিটিয়ে পুনৰ নিম্নোক্ত পৰামৰ্শসমূহ দাঙি ধৰি স্ত্ৰী শিক্ষাৰ অগ্ৰগতিত অৰিহণা যোগাইছিল।

(১) প্ৰতি অঞ্চলত একোগৰাকী মহিলা কৰ্মচাৰী নিয়োগ কৰা।

(২) বিভিন্ন শিক্ষা সংস্থা আৰু অনুষ্ঠানত মহিলা প্ৰতিনিধিৰ আসন ৰক্ষিত কৰা।

(৩) মহিলা স্কুল পৰিদৰ্শিকাৰ সংখ্যা বঢ়োৱা।

(৪) বৃত্তি শিক্ষাৰ ক্ষেত্ৰত মহিলাৰ কাৰণে অধিকতৰ সুবিধা দান কৰা।

(৫) বিভিন্ন অঞ্চলত মহিলাৰ প্ৰাথমিক আৰু মাধ্যমিক শিক্ষাৰ অনুষ্ঠান বৃদ্ধি কৰা।

(৬) বেচি সংখ্যক উপযুক্ত শিক্ষয়িত্ৰী স্কুলত নিয়োগ কৰা ইত্যাদি।

স্বাধীনতা লাভৰ পাছত স্ত্ৰীশিক্ষা সম্প্ৰসাৰণৰ ক্ষেত্ৰত এক অভূতপূৰ্ব জাগৰণ পৰিলক্ষিত হৈছিল। ফলত ১৯৪৮ চনত সমগ্ৰ দেশৰ নাৰী শিক্ষানুষ্ঠানৰ মুঠ সংখ্যা ১৬, ৯৫১ আৰু ছাত্ৰীৰ সংখ্যা ৩৫, ৫০, ৫০৩ গৰাকী হৈছিল গৈ ১৯৪৮ চনত ৰাধাকৃষ্ণন আয়োগেও মহিলাৰ উচ্চ শিক্ষাৰ ওপৰত বহুতো পৰামৰ্শ আগবঢ়াইছিল। ১৯৫২-৫৩ চনত মুদালিয়াৰ আয়োগ আৰু ১৯৬৪-৬৬ চনত কোঠাৰী আয়োগৰ বিভিন্ন পৰামৰ্শাৱলীৰ ভিত্তিত বৰ্তমান মাধ্যমিক, বিশ্ববিদ্যালয় আৰু বৃত্তি শিক্ষাৰ ক্ষেত্ৰত মহিলাৰ কাৰণে নানা সুবিধা আৰু নতুন পৰিকল্পনা কৰা হৈছে। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল বহুমুখী বিদ্যালয়বোৰত প্ৰচলন কৰা চাৰুকলা ( Fine Arts ), গাৰ্হস্থ বিজ্ঞান ( Home Science ), সমাজবিজ্ঞান ( Social Science ), ইত্যাদি।

ইংৰাজ শাসকবৰ্গই অসম অধিকাৰ কৰাৰ বহুতদিন পিছলৈকে নাৰী শিক্ষাৰ প্ৰতি কোনো দৃষ্টি দিয়া নাছিল। অসমৰ বাসিন্দা সকল অতি ৰক্ষণশীল আৰু প্ৰাচীন পন্থী হোৱাৰ কাৰণে অসমীয়া সম্ভ্ৰান্ত ঘৰৰ তিৰোতাই বাহিৰলৈ আহি শিক্ষা লাভ কৰাটো সমাজত নিন্দনীয় আছিল। স্ত্ৰী শিক্ষাৰ প্ৰতি সমাজত এনে দৃষ্টিভঙ্গীয়ে শাসক সকলক এই ক্ষেত্ৰত নিৰ্বিকাৰ হৈ থকাত বেচ সহায় কৰিছিল। ভাৰতবৰ্ষৰ অন্যান্য প্ৰদেশৰ দৰে অসমৰ স্ত্ৰী শিক্ষাৰ ক্ষেত্ৰতো প্ৰধান অগ্ৰণী হিচাপে প্ৰত্যক্ষ ভূমিকা গ্ৰহণ কৰি খৃষ্টিয়ান মিছনাৰী সকলে ঠায়ে ঠায়ে ছোৱালীৰ কাৰণে স্কুল পাতিছিল আৰু অসমীয়া মানুহক স্ত্ৰী শিক্ষাৰ প্ৰয়োজনীয়তাৰ বিষয়ে উপলব্ধি কৰাবলৈ দেহে কেহে খাটিছিল। আমেৰিকান বেপ্টিষ্ট মিছনাৰী সকলৰ প্ৰচেষ্টাতে শিৱসাগৰ, নগাওঁ আৰু কামৰূপ জিলাত কেইবাখনো ছোৱালীৰ প্ৰাথমিক স্কুল স্থাপিত হৈছিল। ৱেলচ্ মিছনাৰী সকলেও খাচী জয়ন্তীয়া পাহাৰত স্ত্ৰী শিক্ষাৰ



প্ৰচাৰৰ কাৰণে প্ৰচেষ্টা চলাইছিল। ১৮৭৫-৭৬ চনত অসমৰ বিভিন্ন জিলাত স্থাপিত হোৱা ছোৱালীৰ প্ৰাথমিক স্কুলৰ পৰিসংখ্যা তলত দিয়া হ'ল।

| জিলা | স্কুলৰ সংখ্যা | ছাত্ৰীৰ সংখ্যা |
|---|---|---|
| কাছাৰ | ৫ | ৫৯ |
| চিলেট | ২ | ২০ |
| গোৱালপাৰা | ২ | ৩১ |
| খাছীজয়ন্তীয়া | ১২ | ৩৯০ |
| গাৰোপাহাৰ | × | ১০ |
| কামৰূপ | ৬ | ১০৯ |
| দৰং | ৪ | ৭০ |
| নগাওঁ | ৬ | ৭৬ |
| শিৱসাগৰ | ৩ | ১৩৩ |
| লক্ষীমপুৰ | × | ৮ |

মিছনাৰী সকলৰ প্ৰচেষ্টাত অ'ত ত'ত ছোৱালীৰ স্কুল গঢ় লৈ উঠাত ইংৰাজ চৰকাৰকো কিছু পৰিমাণে এই বিষয়ত তৎপৰ হোৱা দেখা গৈছিল আৰু প্ৰাথমিক স্তৰত উত্তীৰ্ণ হোৱা ছাত্ৰীৰ কাৰণে জলপানীৰ সংখ্যা বঢ়াই অসমীয়া ছোৱালীক মাধ্যমিক শিক্ষা লাভত কিছু সহায় আগবঢ়াইছিল। ফলত ছোৱালীৰ প্ৰাথমিক স্কুলৰ সংখ্যা ক্ৰমাৎ বৃদ্ধি পাই আহি ১৮৮৯ চনত ১৮৫ খন হৈছিলগৈ। সেই সময়ত অসমত ছোৱালীৰ কাৰণে সুকীয়া মাধ্যমিক স্কুল স্থাপিত নোহোৱাৰ কাৰণে ল'ৰাৰ লগতে কিছু সংখ্যক ছাত্ৰীয়ে মাধ্যমিক শিক্ষা লাভ কৰিছিল। খাছীজয়ন্তীয়া পাহাৰৰ চিলং, জোৱাই, চেলা আৰু চেৰাপুঞ্জীত যোৱা শতিকাৰ শেষলৈ ল'ৰাৰ মজলীয়া স্কুলত একোটিকৈ ছোৱালীৰ কাৰণে বেলেগ শাখা খোলা হৈছিল। সেয়ে অসমত প্ৰথম ছোৱালীৰ মাধ্যমিক শিক্ষাৰ আৰম্ভণ।

ইতিমধ্যে অভিভাৱক সকলৰ আগৰ ৰক্ষণশীলতা আৰু স্ত্ৰী শিক্ষাৰ প্ৰতি উদাসীনতা বহু পৰিমাণে হ্ৰাস পাই অহাত ছোৱালীৰ মজলীয়া আৰু হাইস্কুল স্থাপনৰ দাবী উত্থাপিত হৈছিল। ১৮৯১ চনত অসমত সৰ্বমুঠ তিনিখন

ছোৱালীৰ মঙ্গলীয়া স্কুল আছিল। তাৰে ধুবুৰী আৰু ডিব্ৰুগড়ত থকা দুখন মধ্য অসমীয়া আৰু চিলঙৰ খন আছিল মধ্য ইংৰাজী স্কুল।

এই শতিকাৰ আগলৈকে স্ত্ৰী শিক্ষা বিস্তাৰৰ কাৰণে চৰকাৰৰ পক্ষৰ পৰা কোনো প্ৰত্যক্ষ প্ৰচেষ্টা চলোৱা হোৱা নাছিল। বেছিভাগ স্কুলেই বেচৰকাৰী অনুষ্ঠানৰ উদ্যোগত গঢ় লৈ উঠিছিল আৰু চৰকাৰে সীমিত অনুদান দিয়েই নিজৰ দায়িত্ব শেষ হ'ল বুলি ভাবিছিল। অসমত স্ত্ৰী শিক্ষাৰ অনুন্নত অৱস্থাৰ কাৰণে চৰকাৰৰ হেমাহিয়ে আছিল ঘাইকৈ দায়ী।

বৰ্তমান শতিকাৰ আৰম্ভণিৰ লগে লগে সমগ্ৰ দেশজুৰি নাৰী জাগৰণৰ প্ৰবল ঢৌ উঠে আৰু তাৰ খলকনি এমূৰীয়া প্ৰদেশ অসমতো লাগে। এই জাগৰণৰ মূলতে আছিল এনেবোৰ কাৰণ। যেনে—

(১) বাল্য বিবাহ ৰোধ কৰা সাৰদা আইন পাছ হোৱাৰ লগে লগে ছোৱালীৰ বিয়াৰ বয়স বঢ়াত বহুত অভিভাৱকে ছোৱালীক স্কুললৈ পঠাবলৈ ইচ্ছুক হৈ পৰিছিল।

(২) মহত্মাগান্ধীৰ দেশজোৰা অসহযোগ আন্দোলন আৰু স্ত্ৰী প্ৰগতি সম্পৰ্কে নতুন চিন্তাধাৰাই দেশবাসীক উদ্বুদ্ধ কৰিছিল।

(৩) দেশৰ উচ্চশিক্ষিত শ্ৰেণীৰ দ্বাৰা নাৰী শিক্ষাৰ আৱশ্যকতা সম্পৰ্কে উপলব্ধি।

(৪) ভাৰতীয় বিশ্ববিদ্যালয় সমূহৰ প্ৰগতিশীল মনোভাৱ গ্ৰহণেও এই ক্ষেত্ৰত অৰিহণা যোগাইছিল।

(৫) দেশবাসীৰ মাজত ইংৰাজী শিক্ষাৰ বিস্তাৰে নাৰী পুৰুষৰ মাজত সমতা আৰু জাতীয়তা ভাৱৰ উন্মেষ ঘটাইছিল।

(৬) চৰকাৰী শিক্ষা বিভাগৰ দ্বাৰা এই বিষয়ত অধিকতৰ প্ৰত্যক্ষ অংশ গ্ৰহণ কৰা দেখা গৈছিল।

ওপৰোক্ত কাৰণবোৰৰ সামূহিক ফলস্বৰূপে অসমত মধ্য অসমীয়া, মধ্য ইংৰাজী আৰু হাইস্কুলৰ সংখ্যা ক্ৰমাত বৃদ্ধি পাই ১৯৩৬-৩৭ চনত নিম্নোক্ত সংখ্যা পাইছিলগৈ।

প্ৰাথমিক স্কুল—৭৯৩ খন

মাধ্যমিক স্কুল—২০ খন (২ খন মধ্য অসমীয়া আৰু ১৮ খন মধ্য ইংৰাজী)

হাইস্কুল—১৩ খন।



এই স্কুলসমূহৰ বেছিভাগেই আছিল বেচৰকাৰী আৰু চৰকাৰে নিজে বেছি স্কুল নিজৰ হাতত নাৰাখি বেচৰকাৰী স্কুললৈ আৰ্থিক সাহায্যহে আগবঢ়াইছিল।

১৯২৯ চনৰ আগলৈকে অসমত কোনো অসমীয়া ছোৱালীয়ে কলেজীয়া শিক্ষালাভ কৰা নাছিল যদিও সহশিক্ষাৰ প্ৰতি অসমীয়া মানুহৰ বিৰূপ মনোভাৱ বহু পৰিমাণে শিথিল হৈ পৰিছিল। ১৯২৯ চনত কটন কলেজত এগৰাকী ছাত্ৰী ভৰ্তি হোৱাৰ লগে লগে কলেজীয়া স্তৰত ছোৱালীৰ শিক্ষা আৰম্ভ হ'ল আৰু তাৰ পাছত বছৰি উচ্চ শিক্ষাৰ্থে অহা ছাত্ৰীৰ সংখ্যা বৃদ্ধি হবলৈ ধৰিলে। ১৯৩৩ চনত অসমৰ প্ৰথম ছোৱালী কলেজ (লেডী কীন কলেজ) চিলঙত স্থাপন হোৱাৰ লগে লগে স্ত্ৰী শিক্ষাৰ ক্ষেত্ৰত এক ডাঙৰ অভাৱ পূৰণ হ'ল।

১৯৪১-৪২ চনৰ পৰা ১৯৪৭-৪৮ চনৰ ভিতৰত অকল অসম উপত্যকাতে ছোৱালীৰ সকলো প্ৰকাৰৰ স্কুলৰ সংখ্যা ৬৭৮ ৰ পৰা ৭১৮ লৈ বৃদ্ধি পাইছিল। তাৰ ভিতৰত হাইস্কুল, মজলীয়া স্কুল আৰু প্ৰাথমিক স্কুলৰ বৃদ্ধি আছিল ক্ৰমে শতকৰা ৬৬·৬, ২৫·৫ আৰু ৩২·৭।

স্বাধীনতাৰ আগে আগে জনসাধাৰণৰ স্ত্ৰী-শিক্ষাৰ প্ৰতি উৎসাহৰ সৃষ্টি হোৱা দেখা গৈছিল আৰু চৰকাৰেও বিভিন্ন আঁচনি গ্ৰহণ কৰি ছোৱালীক শিক্ষালাভৰ ক্ষেত্ৰত সাহায্য আগবঢ়াইছিল।

স্বাধীনতাৰ পিছৰ কালত স্ত্ৰী শিক্ষাৰ প্ৰসাৰৰ ক্ষেত্ৰত বিশেষ উৎসাহ প্ৰদানত নিম্নোক্ত ঘটনাৱলীয়ে প্ৰভূত সহায় কৰিছিল। যেনে—

(১) ১৯৫৫ চনৰ হিন্দু বিবাহ আইন।

(২) ১৯৫৬ চনৰ পোষ্য গ্ৰহণ আৰু ভৰণ-পোষণ আইন।

(৩) যৌতুক প্ৰথা নিবাৰণী আইন।

(৪) ১৯৭৩ চনৰ মহিলা অপৰাধী আইন।

(৫) ১৯৬১ চনৰ প্ৰসূতী কল্যান আইন।

(৬) মহিলা শ্ৰমিকৰ কল্যানৰ অৰ্থে পাছ কৰা চৰকাৰী জীৱনবীমা আইন (১৯৪৮), ফেক্টৰী আইন (১৯৪৮) খনি আইন (১৯৫২) বন্ধা শ্ৰমিক আইন (১৯০৭) গ্ৰেটুইটি আইন (১৯৭২)।

ইতিমধ্যে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা মেট্ৰিক পাছ কৰা ছাত্ৰীৰ সংখ্যাও ক্ৰমাত বৃদ্ধি পাইছিল। দেশ স্বাধীন হোৱাৰ পাছত অসমত স্ত্ৰী-শিক্ষা আৰু স্ত্ৰী প্ৰগতিৰ ক্ষেত্ৰত এক বৈপ্লৱিক পৰিবৰ্তন পৰিলক্ষিত হৈছিল। ছোৱালীৰ

প্ৰাথমিক স্কুল, মাধ্যমিক স্কুল আৰু কলেজৰ সংখ্যা বৃদ্ধিৰ লগে লগে সাক্ষৰ মহিলাৰ শতকৰা হাৰৰ উন্নতি পৰিলক্ষিত হৈছিল। ১৯৫১ চনৰ পিয়লমতে অসমৰ সাক্ষৰ মহিলাৰ শতকৰা ৯% আৰু ১৯৬১ চনৰ পিয়ল মতে পুৰুষ মহিলাৰ মুঠ শিক্ষিতৰ হাৰ হয়গৈ শতকৰা ২৭·৪%। তাৰ ভিতৰত শতকৰা ১৬ গৰাকী মহিলা শিক্ষিতা আছিল। ১৯৬০-৬১ চনত প্ৰাথমিক স্কুলৰ মুঠ ছাত্ৰী সংখ্যা আছিল ৪১৫ লাখ। ১৯৬২-৬৩ চনত ৪৯৪ লাখ আৰু ১৯৬৩-৬৪ চনত হয়গৈ ৫৩১ লাখ। ১৯৭১ চনৰ লোক পিয়ল মতে অসমৰ মুঠ শিক্ষিত লোকৰ সংখ্যা আছিল ৪১,১৬,৭৭১ জন। ইয়াৰ ভিতৰত শিক্ষিতা মহিলাৰ সংখ্যা হ'ল ১২,৮৭,৫২৯ গৰাকী।

মজলীয়া স্কুলবোৰতো ছাত্ৰীৰ সংখ্যা অসমত ক্ৰমাত বাঢ়ি গৈ এনে হৈছিল—

১৯৫৫-৫৬ চনত — ০·৩৫ লাখ
১৯৬০-৬১ „ — ০·৬০ „
১৯৬১ ৬২ „ — ০·৭৬ „
১৯৬৩-৬৪ „ — ০·৮৪ „

মাধ্যমিক স্কুলৰ উচ্চ শ্ৰেণীটো ১৪-১৭ বছৰ বয়সীয়া ছাত্ৰীৰ সংখ্যা আছিল ১৯৬০-৬১ চনত—০.২৭ লাখ, ১৯৬২-৬৩ চনত—০·৩৭ লাখ আৰু ১৯৬৩-৬৪ চনত—০·৪৪ লাখ। ১৯৬৩ চনত অসমত কলেজীয়া শিক্ষা লোৱা ছাত্ৰীৰ সংখ্যা আছিল ৪৬৪৫ গৰাকী। ১৯৭০ চনৰ হিছাবমতে অসমৰ ছোৱালী স্কুলৰ সংখ্যা এনে ধৰণৰ আছিল।

(১) প্ৰাথমিক আৰু বুনিয়াদী —৬৪০ খন
(২) মধ্য অসমীয়া, মধ্য ইংৰাজী, উচ্চ বুনিয়াদী—২৩৮ „
(৩) হাইস্কুল, উচ্চতৰ মাধ্যমিক স্কুল — ১৬৩ „
(৪) কলেজ — ১০ „
(৫) পলিটেকনিক — ১ „

প্ৰথম, দ্বিতীয় আৰু তৃতীয় প্ৰকাৰৰ স্কুলত ক্ৰমে ৫৫২,৮৪৩, ১১৮,৯৯০ আৰু ১০৮,৬০৮ গৰাকী ছাত্ৰীয়ে শিক্ষা লাভ কৰিছিল। বৰ্তমান ছোৱালীৰ হাইস্কুল আৰু কলেজৰ সংখ্যাৰ লগতে বিশ্ববিদ্যালয়ৰ স্তৰতো কলা আৰু বিজ্ঞান বিষয়ত ছাত্ৰীৰ সংখ্যা বহুতো বৃদ্ধি পাইছে। চিকিৎসা মহাবিদ্যালয়,



ইঞ্জিনিয়াৰিং, বাণিজ্য, আইন আদি বিভিন্ন কাৰিকৰী বিষয়তো ল'ৰাৰ তুলনাত ছাত্ৰীৰ সংখ্যা আগতকৈ দ্ৰুতগতিত বৃদ্ধি পাইছে। মহিলা চিকিৎ-সকৰ সংখ্যা ক্ৰমাত বৃদ্ধি পোৱাৰ লগতে কেইবা গৰাকী মহিলা ইঞ্জিনিয়াৰ গঢ়ি তুলিব পৰাতো অসমৰ নাৰী প্ৰগতিৰ ক্ষেত্ৰত এক উল্লেখযোগ্য ঘটনা। বিদেশলৈ উচ্চ শিক্ষাৰ্থে যোৱা মহিলাও এতিয়া বহু পৰিমাণে বৃদ্ধি পাইছে। মাধ্যমিক স্কুলবোৰত ছোৱালীৰ পাঠ্যক্ৰমৰ কিছু সংস্কাৰ সাধন কৰি সঙ্গীত, নৃত্য, কলা, গাৰ্হস্থ্য বিজ্ঞান আদি অন্তৰ্ভুক্ত কৰাটো এটি উল্লেখযোগ্য ঘটনা। সেইদৰে কলেজীয়া স্তৰতো গৃহবিজ্ঞানৰ দৰে দুই এটি বিষয় সুমুৱা হৈছে। প্ৰশাসনীয় দিশত বৰ্তমানে স্ত্ৰী শিক্ষাৰ সকলো প্ৰকাৰ তদাৰক কৰিবৰ কাৰণে এগৰাকী সহ অধিকৰ্তা (D. D. P. I) নিযুক্তি দিয়া হৈছে, পৰিদৰ্শকৰ সংখ্যাও আগতকৈ বৃদ্ধি কৰা হৈছে। অৱশ্যে প্ৰয়োজনৰ তুলনাত ইয়াক পৰ্য্যাপ্ত হৈছে বুলি কব নোৱাৰি। কিন্তু প্ৰাথমিক শিক্ষাৰ বাবে গঠিত হোৱা আঞ্চলিক স্কুলবোৰ্ড আৰু মাধ্যমিক স্কুলবোৰ্ডত ছোৱালীৰ শিক্ষা সম্প্ৰসাৰণ আৰু উন্নতি বিধানৰ কাৰণে কোনো সুকীয়া শাখা নথকাতো দুখৰ বিষয়। অসমৰ স্ত্ৰী শিক্ষাৰ বিস্তাৰ আৰু বিভিন্ন বিষয়ত অসম চৰকাৰক উপদেশ দিবৰ কাৰণে এখন ৰাষ্ট্ৰীয় পৰিষদ (State council for Women's Education) গঠিত কৰা হৈছে। এই পৰিষদে সময়ে সময়ে বিভিন্ন পৰামৰ্শ কাৰ্য্যকৰী কৰিবৰ কাৰণে চৰকাৰলৈ পঠায়। ১৯৬৩ চনত এই পৰিষদে আগবঢ়োৱা পৰামৰ্শ সমূহৰ উল্লেখযোগ্য কেইটিমান হ'ল—

(ক) ছোৱালীৰ সুকীয়া স্কুলৰ সংখ্যা বৃদ্ধি কৰিব লাগে।

(খ) ষষ্ঠ মান শ্ৰেণীলৈকে ছোৱালাক বিনামূলীয়া শিক্ষাৰ সুবিধা দিব লাগে।

(গ) মাধ্যমিক স্তৰত ছোৱালীৰ জলপানীৰ সংখ্যা বঢ়াব লাগে।

(ঘ) প্ৰাথমিক শিক্ষা প্ৰসাৰৰ কাৰণে অধিক শিক্ষয়িত্ৰী নিয়োগ কৰা, প্ৰশিক্ষণৰ সুবিধা দান কৰা, গাৱলীয়া ঠাইত বিনামূলীয়াকৈ পাঠ্যপুস্তক বিতৰণ কৰাৰ ব্যৱস্থা কৰা, ঘৰ দুৱাৰ সজাৰ কাৰণে বৰ্ধিত অনুদান দিয়া, প্ৰাথমিক স্কুলত প্ৰাক্ প্ৰাথমিক শাখা খোলা ইত্যাদি ব্যৱস্থা গ্ৰহণ কৰিব লাগে।

(ঙ) প্ৰতি মহকুমাৰ সদৰ ঠাইত একোখন ছোৱালীৰ হাইস্কুল বা উচ্চতৰ মাধ্যমিক স্কুল চৰকাৰে লব লাগে।

(চ) প্ৰতি জিলাতে অন্ততঃ এখন ছোৱালীৰ কলেজ ( কলা আৰু বিজ্ঞান শাখা থকা ) চৰকাৰে লব লাগে।

(ছ) স্নাতকোত্তৰ মহলাত ছোৱালীৰ কাৰণে জলপানী বৃদ্ধিৰ ব্যৱস্থা কৰিব লাগে।

(জ) বয়স্ক, বিধবা আৰু অনাথ মহিলাৰ কাৰণে কাৰিকৰী শিক্ষাৰ আৰু অন্যান্য শিক্ষাৰ সুব্যৱস্থা কৰিব লাগে।

(ঝ) প্ৰতি চাৰ্কোলত একোগৰাকী সহকাৰী স্কুল পৰিদৰ্শিতা নিযুক্তি দিব লাগে।

(ঞ) বিদেশত অধ্যয়ন কৰিবৰ কাৰণে মহিলা সকলৰ কাৰণে বৃত্তিৰ সংখ্যা বঢ়াব লাগে।

(ট) যুটীয়া সঞ্চালকৰ সমপৰ্য্যায়ৰ এগৰাকী মহিলা বিষয়া প্ৰতি সদৰ কাৰ্য্যালয়ত নিযুক্ত কৰিব লাগে।

(ঠ) শিক্ষয়ত্ৰী সকলক প্ৰশিক্ষণ প্ৰাপ্ত কৰিবৰ বাবে প্ৰশিক্ষণ কলেজবোৰত মহিলাৰ আসন বৃদ্ধি কৰিব লাগে।

বৰ্তমান অসম চৰকাৰৰ শিক্ষাবিভাগে তলত দিয়া আঁচনি গ্ৰহণ কৰিছে।

(১) ষষ্ঠমান শ্ৰেণীলৈকে ছোৱালীৰ বিনামূলীয়া শিক্ষাদান।

(২) স্কুল আৰু কলেজ সমূহত ছোৱালীৰ জিৰণি কোঠাৰ ব্যৱস্থা কৰণ।

(৩) বয়স্ক শিক্ষাৰ কাৰণে কন্‌ডেন্স কোৰ্চৰ প্ৰচলন।

(৪) ছাত্ৰীৰ কাৰণে বেছি সংখ্যক জলপানীৰ ব্যৱস্থা কৰণ ইত্যাদি।

যোৱা দশকৰ ভিতৰত অসমত স্ত্ৰীশিক্ষাৰ স্কুল কলেজ আৰু তাৰ ছাত্ৰী সংখ্যা আশাতীতভাবে বৃদ্ধি পোৱা দেখা গৈছে। তদুপৰি বাণিজ্য, পশু চিকিৎসা আদি শিক্ষানুষ্ঠানত সম্প্ৰতি মহিলা শিক্ষাৰ্থীৰ সংখ্যা বৃদ্ধি পোৱাটোও এটি উল্লেখযোগ্য ঘটনা। অৱশ্যে এইটোও সচা যে পুৰুষ নাৰীৰ সাক্ষৰতাৰ ক্ষেত্ৰত এতিয়াও পাৰ্থক্যৰ পৰিমাণ যথেষ্ট আছে।

## প্ৰশ্ন

১। অসমত স্ত্ৰী শিক্ষাৰ ক্ৰমবিকাশ সম্পৰ্কে এখন চমু ৰচনা লিখা।

Write a short essay on the growth of women's educations in Assam.



২। স্ত্ৰী শিক্ষাৰ বিশেষ সমস্যাবোৰৰ বিষয়ে উল্লেখ কৰি সেইবোৰৰ সমাধানৰ উপায় দিয়া।

Mention about the Problems of female education and offer your suggestions for the solution of these Problems.

৩। "স্ত্ৰী শিক্ষাৰ ক্ষেত্ৰত গুণগত উন্নয়নতকৈ পৰিমাণগত উন্নয়নৰহে প্ৰয়োজন বেছি", এই বিষয়ে তোমাৰ মন্তব্য দিয়া।

"Quantitative improvement is more necessary than qualitative improvement in the field of women's education". Give your Comment on this problem.

———

# দশম অধ্যায়

## শিক্ষা কেন্দ্ৰ গুৱাহাটী

কৌটিল্যৰ "অৰ্থশাস্ত্ৰ" পঞ্চম শতিকাৰ "বৃহৎ সংহিতা" পুৰুষোত্তম ৰচিত "ত্ৰিকাণ্ড" ( সপ্তম শতিকা ). ৰাজ শেখৰৰ "কাব্য মীমাংসা" ( নৱম শতিকা ) মিনহাজৰ "তবাকৎ-ই-নাছিৰি" ( চৌদ্ধ শতিকা ) ইত্যাদিৰ উল্লেখিত আৰু ইতিহাসৰ বিভিন্ন স্তৰত বাণিজ্য কেন্দ্ৰ, স্থপতি, ভ্ৰমণকাৰী, বিদ্যোৎসাহী, শিল্পী, পণ্ডিত, সাধকৰ আবাসভূমি বুলি খ্যাত পুৰাণ প্ৰসিদ্ধ প্ৰাগজ্যোতিষপুৰ আৰু সাম্প্ৰতিককালৰ গুৱাহাটী মহানগৰীয়ে বিবৰ্তন আৰু পৰিবৰ্তনৰ বিচিত্ৰ কালপ্ৰবাহ বুকুত সামৰি ইদানীং ৰাজ্যখনৰ সামাজিক, ৰাজনৈতিক, অৰ্থ-নৈতিক, সাংস্কৃতিক সমস্ত দিশতে স্নায়ুকেন্দ্ৰ হৈ পৰাৰ যি ৰোমাঞ্চকৰ কাহিনী সি অতিশয় প্ৰনিধান যোগ্য। ঐতিহ্যমণ্ডিত প্ৰাগজ্যোতিষপুৰ আৰু আজিৰ গুৱাহাটীৰ ক্ৰমবিকাশৰ বিভিন্ন উল্লেখনীয় দিশ বোৰৰ ভিতৰত এটা প্ৰধান হ'ল জ্ঞানপীঠ ৰূপে গুৱাহাটীৰ তাৎপৰ্য্যপূৰ্ণ অৱস্থান। বিভিন্ন প্ৰত্নতাত্ত্বিক সকল, শিলালিপি, প্ৰাচীন পুথিপাঁজি, সৰ্বভাৰতীয় আৰু অসমৰ সমসাময়িক বুৰঞ্জী, সাহিত্য ধৰ্মশাস্ত্ৰ আদিৰ মাজত অন্তৰীত হৈ আছে প্ৰাচীন প্ৰাগজ্যোতিষপুৰৰ ৰজা-প্ৰজা নিৰ্বিশেষে জ্ঞান চৰ্চাৰ অভিব্যঞ্জন আৰু সাংস্কৃতিক অনুশীলনত অতিবাহিত কৰা দিনবোৰৰ অম্লান স্বাক্ষৰ। প্ৰাগ-জ্যোতিষপুৰ—এই নামেই সূচায় যে এই ঠাই এসময়ত জ্যোতিষ চৰ্চাৰ ঘাই কেন্দ্ৰ আছিল। বৰ্তমান গুৱাহাটীৰ চিত্ৰাচল পাহাৰত থকা নৱগ্ৰহ মন্দিৰ বহু যুগ ধৰি চলি থকা জ্যোতিষ চৰ্চাৰ কথাকেই প্ৰমাণ কৰে। ইতিহাসৰ বহুতো ঘটনাৰ সাক্ষী প্ৰাগজ্যোতিষপুৰেই যে তৎকালীন ভাৰতবৰ্ষৰ মানচিত্ৰত অসমৰ স্থান গৌৰৱোজ্জ্বল কৰি তোলাত সবাতোকৈ অধিক আৰু সাৰ্থক বৰঙনি যোগাইছিল সেইকথা সম্প্ৰতি সন্দেহাতীত ভাৱে প্ৰমাণিত হৈছে। মাত্ৰ এশবছৰ আগতেও বনজংঘলৰে ভৰা বিৰল বসতিপূৰ্ণ গুৱহাটী চহৰে জ্ঞানবিজ্ঞান, প্ৰযুক্তিবিদ্যাৰ অগ্ৰগতিত তাল ৰাখি তুৰঙ্গগতিত শিক্ষাদীক্ষা আৰু সাংস্কৃতিক ক্ষেত্ৰত আগবাঢ়ি সম্প্ৰতি বিভিন্ন ভাষাভাষী, ধৰ্ম, সম্প্ৰদায়ৰ লোকেৰে ঘনবসতিপূৰ্ণ মহানগীৰত পৰিণত হৈছে।



ইংৰাজসকলে অসমৰ মাটিত ভৰি দিয়াৰ আগতে অৰ্থাৎ আহোম ৰাজত্বৰ শেষ পৰ্য্যায়ত নামনি অসমৰ ৰাজধানী গুৱাহাটীত পতা হয় আৰু ইয়াৰ শাসনকৰ্তা বৰফুকন এই নগৰীতে থাকিবলৈ লয়। সেই সময়ৰ গুৱাহাটীৰ শিক্ষানুষ্ঠানৰ কোনো প্ৰণালীবদ্ধ বিবৰণীৰ অভাৱ হলেও বিভিন্ন সূত্ৰৰপৰা এইকথা জানিবলৈ পোৱা যায় যে ৰাজ্যখনে বিদেশী আক্ৰমণ আৰু প্ৰতিকূল পৰিস্থিতিত পৰি অশান্তিময় জীৱন অতিবাহিত কৰিবলগীয়া হলেও থলুৱা শিক্ষানুষ্ঠানসমূহৰ সমূলি বিলুপ্তি ঘটা নাছিল। নৱগ্ৰহ, শুক্লেশ্বৰ, কামাখ্যা আদিৰ দৰে পৱিত্ৰ তীৰ্থস্থানত থকা সংস্কৃত টোল, অন্যান্য মঠ-মন্দিৰত আৰু নিজ নিজ গৃহতে বিদ্যা চৰ্চা কৰি ইয়াৰ অধিবাসীসকলে কাল কটাইছিল। ১৮২৬ চনত ইংৰাজ আৰু মানৰজাৰ মাজত হোৱা সন্ধিৰ পিছত অসমৰ স্বাধীন বেলি ডুব খায় আৰু পৰাধীনতাৰ যুগ আৰম্ভ হয় আৰু ইয়াৰ কেইবছৰমান পিছতে উজনি নামনি লগ লগাই ইষ্ট ইণ্ডিয়া কোম্পানীয়ে সমগ্ৰ অসমৰ শাসনৰ ভাৰ নিজৰ হাতলৈ আনে। ডেভিদ স্কট নামৰ এগৰাকী ইংৰাজ কৰ্মচাৰীক উত্তৰপূৱ ভাৰতৰ কাৰণে গৰ্ভনৰ জেনেৰেলৰ প্ৰতিনিধি কৰি নিযুক্তি দিয়ে। তেৱেঁই অসম ভেলীৰ প্ৰথম কমিচনাৰ। ১৮৭৪ চনত এখন সুকীয়া প্ৰদেশ ৰূপে গঠিত অসমৰ সদৰ কাৰ্য্যালয় গুৱাহাটীত স্থাপিত হয় আৰু লেফটেনেণ্ট কৰ্ণেল আৰ. এইচ কিটিংচক ইয়াৰ মুখ্য আয়ুক্ত নিযুক্ত কৰা হৈছিল। ১৮৭৬ চনলৈ গুৱাহাটীয়েই আছিল অসমৰ প্ৰধান প্ৰশাসনীয় কেন্দ্ৰ। স্কটৰ শিক্ষানীতি সম্পৰ্কে এইখিনিতে উল্লেখ কৰাটো সমীচিন হ'ব। দেশৰ প্ৰাচীন ধৰ্মীয় বিশ্বাস, ৰীতিনীতি চিৰাচৰিত সমাজ ব্যৱস্থা, শিক্ষা-ব্যৱস্থা ইত্যাদি বিষয়ত স্কটে হঠাতে কোনো পৰিবৰ্তন ঘটাই ৰাইজৰ মাজত সন্দেহ আৰু বিদ্বেষৰ বীজৰোপণ কৰি অপ্ৰিয়ভাজন নোহোৱাটোকে বুদ্ধিমানৰ কাম হ'ব বুলি সিদ্ধান্ত লৈছিল। তদুপৰি সৰ্বভাৰতীয় ক্ষেত্ৰত ইংৰাজ শাসকসকলে প্ৰাচ্যনীতি অনুসৰণ কৰাতো উল্লেখনীয়। ১৮৩৮ চনত গুৱাহাটীৰ কালেক্টৰ মেথিউ চাহাবে তেওঁৰ "পৰগণা স্কুলৰ আঁচনি"ত গুৱাহাটীতো এখন শিক্ষা-নুষ্ঠান পতাৰ উল্লেখ আছে। ইতিমধ্যে সৰ্বভাৰতীয় ক্ষেত্ৰত মেকলে চাহাবৰ প্ৰতিবেদনে শিক্ষানীতিৰ ক্ষেত্ৰত বহুতো পৰিবৰ্তনৰ সূচনা কৰিছিল। স্কটৰ পিছত কমিছনাৰ হৈ অহা কেপ্টেইন জেনকিন্সেও অসমত নৱজাগৰণৰ পথ উন্মুক্ত কৰিবৰ কাৰণে আৰু ইংৰাজী শিক্ষাৰে এচামলোকক প্ৰশাসনীয় কালৰ কাৰণে সাজু কৰি তুলিবলৈ গুৱাহাটীত ইংৰাজী স্কুল স্থাপনৰ কাৰণে

কোম্পানীৰ অনুমোদন আদায় কৰিলে। সেয়েহে স্থানীয় গণ্যমান্য লোকৰ সহযোগিতাত ১৮৩৬ চন গুৱাহাটীতেই প্ৰথম ইংৰাজী স্কুল "গুৱাহাটী গভৰ্ণমেণ্ট চেমিনাৰী" স্থাপন কৰা হৈছিল। এই স্কুলৰ সম্পৰ্কে আগৰ এটি অধ্যায়ত বিষদ আলোচনা কৰি অহা হৈছে।

অসমীয়া ভাষা সাহিত্যৰ উন্নতি আৰু শিক্ষা বিস্তাৰৰ ক্ষেত্ৰত খৃষ্টিয়ান মিছনাৰীসকলৰ অৱদানৰ কথা সৰ্বজন বিদিত। ইংৰাজসকল অহাৰ প্ৰায় লগেলগেই ১৮২৯ চনত শ্ৰীৰামপুৰ মিছনৰ এটি শাখা গুৱাহাটীত স্থাপন কৰি মিছনাৰীসকলে গুৱাহাটী আৰু ইয়াৰ উপকণ্ঠ অঞ্চলত শিক্ষা বিস্তাৰ আৰু সমাজকল্যাণমূলক কাম আৰম্ভ কৰিছিল। এইদৰে ইংৰাজ শাসক আৰু খৃষ্টিয়ান মিছনাৰীসকলৰ প্ৰচেষ্টাত কিছুসংখ্যক স্কুল ধীৰে ধীৰে গুৱাহাটীত মূৰ ডাঙি উঠা দেখা গৈছিল যদিও এই ক্ষেত্ৰত বিশেষ উন্নতি পৰিলক্ষিত হোৱা নাছিল। উচ্চ শিক্ষাৰ ক্ষেত্ৰতো উনৈশ শতিকাত অসম অতি পিছপৰি আছিল। সেয়েহে অসমীয়া ৰাইজে স্বনামধন্য মানিকচন্দ্ৰ বৰুৱা ডাঙৰীয়াৰ নেতৃত্বত গুৱাহাটীত এখন কলেজ প্ৰতিষ্ঠা কৰিবলৈ উঠি পৰি লাগিছিল। তাৰেই ফলত ১৯০১ চনত সেই সময়ৰ অসমৰ চীফ কমিছনাৰ জন ষ্টেডমেন কটনৰ নামেৰে গুৱাহাটীত কটন কলেজ প্ৰতিষ্ঠিত কৰা হৈছিল। তেতিয়াৰে পৰা আজিলৈকে এই কটন কলেজে উচ্চ শিক্ষাৰ ঘাই কেন্দ্ৰ ৰূপে বিভিন্ন ক্ষেত্ৰত নেতৃস্থানীয় বহু লোকক জন্ম দি নিজৰ গৰিমা অক্ষুন্ন ৰাখিছে। প্ৰায় দুহেজাৰ ছাত্ৰ-ছাত্ৰী, নটা ছাত্ৰাবাস ( দুটা ছাত্ৰীৰ কাৰণে ) ২১টা স্নাতক বিভাগ আৰু একাধিক স্নাতকোত্তৰ বিভাগেৰে কটন কলেজ সম্প্ৰতি এখন অতি উচ্চ খাপৰ কলেজ হৈ পৰিছে।

কটনকলেজৰ বাহিৰে গুৱাহাটীত থকা আনকেইখনমান কলেজ হল— ১। গুৱাহাটী কলেজ, ২। কালিৰাম বৰুৱা ছোৱালী কলেজ ৩। সন্দিকৈ ছোৱালী কলেজ ৪। ভোলা বৰুৱা কলেজ ৫। প্ৰাগ্‌জ্যোতিষ কলেজ ৬। কমাৰ্ছ কলেজ ৭। মেডিকেল কলেজ, ৮। ইঞ্জিনিয়াৰিং কলেজ ৯। আৰ্য্যবিদ্যাপীঠ কলেজ, ১০। ভেটেৰিনেৰী কলেজ, ১১। আয়ুৰ্বেদিক কলেজ, ১২। সংস্কৃত কলেজ ১৩। পাণ্ডু কলেজ ১৪। ললিত ভৰালী কলেজ ১৫। কন্যা মহাবিদ্যালয় ১৬। নাৰ্ছিং কলেজ ১৭। বাণীকান্ত কাকতী কলেজ ১৮। জে, বি, ল কলেজ।



নাৰী প্ৰগতিৰ সৈতে সমাজৰ উন্নয়ণৰ যে এক নিগূঢ় সম্পৰ্ক আছে সেই কথা নুই কৰিব নোৱাৰি। কিন্তু স্ত্ৰীশিক্ষাৰ অভাবতেই কুৰি শতিকাৰ প্ৰায় মাজ-ভাগলৈ অসমৰ নাৰী প্ৰগতিৰ পথ ৰুদ্ধ হৈ আছিল। এনে সময়তে গুৱাহাটীৰ এগৰাকী নেতৃস্থানীয়া বয়োবৃদ্ধা মহিলা ৰাজবালা দাসে ৰক্ষণশীল সমাজৰ প্ৰচণ্ড বাধা নেওচি মাত্ৰ তিনিগৰাকী ছাত্ৰীৰে গুৱাহাটীত অসমৰ প্ৰথম ছোৱালী কলেজখন প্ৰতিষ্ঠা কৰিছিল ১৯৩৯ চনৰ ১৭ জানুৱাৰী তাৰিখে। এই কলেজ প্ৰতিষ্ঠা কৰাত যিসকল ব্যক্তিয়ে তেওঁক সহায় কৰিছিল তাৰ ভিতৰত আছিল সমাজকৰ্মী ডাঃ হৰিকৃষ্ণ দাস আৰু হেমপ্ৰভা দাস, সূৰ্য্যকুমাৰ ভূঞা, কালিৰাম মেধি, ৰোহিনী চৌধুৰী, যোগেশ সেন, ইক্ৰাম ৰছুল আদি। সম্প্ৰতি গুৱাহাটীত থকা আন দুখন ছোৱালী কলেজ হ'ল কালিৰাম বৰুৱা ছোৱালী কলেজ (১৯৬৬) আৰু গুৱাহাটী কন্যা মহাবিদ্যালয় ( ১৯৭৭ )। স্ত্ৰী শিক্ষাৰ কাৰণে গুৱাহাটীত সম্প্ৰতি দহখন হাইস্কুল, এখন উচ্চতৰ মাধ্যমিক স্কুল আৰু বহুতো মজলীয়া আৰু প্ৰাথমিক স্কুল আছে। এই স্কুলবোৰৰ ভিতৰত সবাতোকৈ পুৰণি ছোৱালী স্কুলখন হ'ল ১৮৮৩ চনত স্থাপিত পানবজাৰ ছোৱালী হাইস্কুল। ১৯৬৪ চনত গুৱাহাটীতেই অসমৰ একমাত্ৰ "ছোৱালীৰ পলিটেকনিক" খনো পতা হৈছে আৰু ইয়াৰ দ্বাৰা নিয়োগৰ ক্ষেত্ৰত বহুসংখ্যক ছোৱালী উপকৃত হৈছে।

সাধাৰণ শিক্ষাৰ ক্ষেত্ৰত গুৱাহাটী মহানগৰীত বিভিন্ন ধৰণৰ শিক্ষানুষ্ঠান গঢ় লৈ উঠি জ্ঞানপীঠ স্বৰূপে ইয়াক বিখ্যাত কৰি তোলাৰ ক্ষেত্ৰত অৰিহণা যোগোৱাৰ ভিতৰত আছে অসংখ্য প্ৰাক্ প্ৰাথমিক আৰু প্ৰাথমিক স্কুল, ৩৯ খন হাইস্কুল, ৫ খন উচ্চতৰ মাধ্যমিক স্কুল, ১৯ খন কলেজৰ উপৰিও গুৱাহাটী বিশ্ববিদ্যালয়। আজিৰে পৰা যাঠি বছৰৰ আগতে অসমত এখন বিশ্ববিদ্যালয় স্থাপনৰ কাৰণে প্ৰবল জনমত সংগঠিত হৈছিল। সেয়েহে ১৯৪৮ চনৰ ২৬ জানুৱাৰী তাৰিখে গুৱাহাটীত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভেটি স্থাপন কৰা হৈছিল। এই বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য্য আছিল অসমগৌৰৱ, পণ্ডিত শিৰোমণি কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়া। সেই সময়ত এই বিশ্ববিদ্যালয়ৰ অধীনত মাত্ৰ ১৭ খন কলেজ, ৮ টা স্নাতকোত্তৰ বিভাগ, ১৩ টা স্নাতক বিভাগ আৰু আইন বিভাগহে আছিল। কিন্তু যোৱা ২৯ বছৰৰ ভিতৰত ইয়াৰ কলেজৰ বহুতো বৃদ্ধি পাইছে আৰু সম্প্ৰতি বিশ্ববিদ্যালয়ৰ অধীনত থকা ৩২ টা বিভাগত থকা ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও বহুগুণে বৃদ্ধি পাইছে।

১৯৭৫-৭৬ চনৰ বাৰ্ষিক প্ৰতিবেদনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত থকা কলেজৰ ছাত্ৰসংখ্যাৰো এটি খতিয়ান পোৱা যায়। যেনে—

| বিষয় | ছাত্ৰসংখ্যা |
|---|---|
| কলা | ৪৮১৭২ |
| বিজ্ঞান | ১০০৫২ |
| বাণিজ্য | ৩৯৬৫ |
| চিকিৎসা | ৫৯১ |
| যন্ত্ৰবিদ্যা | ৬৩৬ |
| আইন | ৩২২৭ |
| মুঠ | ৬৫৬৪৩ |

কাৰিকৰী শিক্ষাৰ ক্ষেত্ৰত পৰাধীনতাৰ কালছোৱাত অসম অতিশয় অনুন্নত অৱস্থাত আছিল কিন্তু স্বাধীনতাৰ পাছত অসমত প্ৰতিষ্ঠা কৰা প্ৰথম ইঞ্জিনিয়াৰিং কলেজখন ১৯৫৫ চনত জালুকবাৰীত পতা হৈছিল। ইঞ্জিনিয়াৰিং কলেজৰ বাহিৰেও গুৱাহাটীৰ চান্দমাৰীত ইঞ্জিনিয়াৰিং ইনষ্টিটিউট, ৰিহাবাৰীত উদ্যোগিক প্ৰশিক্ষণ কেন্দ্ৰ আৰু কুটিৰ শিল্প প্ৰশিক্ষণ কেন্দ্ৰ আছে। ১৯৬০ চনত প্ৰতিষ্ঠিত গুৱাহাটী মেডিকেল কলেজখন হ'ল অসমৰ দ্বিতীয় মেডিকেল কলেজ। এই কলেজে ১৯৭৭ চনলৈকে ১০৮৫ গৰাকী স্নাতক ডাক্তৰ, ১০২ গৰাকী স্নাতকোত্তৰ ডিগ্ৰীধাৰী ডাক্তৰ, ২৮০ গৰাকী নাৰ্চ তৈয়াৰী কৰিছে। সম্প্ৰতি এইকলেজৰ বহুকেইটা বিষয়ত স্নাতকোত্তৰ শ্ৰেণী খোলাৰ উপৰিয়ো গৱেষণাৰ সুবিধা বৃদ্ধি পাইছে। ১৯৪৮ চনত জালুকবাৰীত আয়ুৰ্বেদিক কলেজখন পতা হয়। কৃষিবিশ্ববিদ্যালয়ৰ তলত থকা একমাত্ৰ পশুচিকিৎসাৰ কলেজখনো গুৱাহাটীতে আছে।

আইন শিক্ষাৰ ক্ষেত্ৰতো গুৱাহাটীয়েই সমগ্ৰ অসমক নেতৃত্ব দি আহিছে। ১৯১৪ চনত অসমৰ প্ৰথম আইনকলেজখন গুৱাহাটীত স্থাপিত হয়। আইন শিক্ষাৰ আন এখন কলেজ হ'ল জ্ঞানদাভিৰাম বৰুৱা আইন কলেজ।



১৯৭৭ চনৰ পৰা গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত আঞ্চলিক নাৰ্চ প্ৰশিক্ষণ কলেজখন আৰম্ভ কৰা হৈছে। শিক্ষক প্ৰশিক্ষণৰ ক্ষেত্ৰত বৰ্ত্তমান গুৱাহাটীৰ বানীকান্ত কাকতী প্ৰশিক্ষণ কলেজেই (১৯৬৬) একমাত্ৰ অনুষ্ঠান। আগতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত থকা বি-টি বিভাগটি কিছুদিনৰ পূৰ্বে উঠাই দিয়া হৈছে।

বৃত্তিমূলক আৰু বানিজ্য শিক্ষাৰ কাৰণেও গুৱাহাটীত ভালেখিনি সুবিধা আছে। বাণিজ্য শিক্ষাৰ ক্ষেত্ৰত বিভিন্ন কলেজৰ এই বিভাগ আৰু নানা স্কুল, প্ৰশিক্ষণ কেন্দ্ৰৰ উপৰিয়ো গুৱাহাটী কমাৰ্চ কলেজে এই ক্ষেত্ৰত প্ৰচুৰ সা-সুবিধা দান কৰি আহিছে। ১৯৫৬ চনত গুৱাহাটীত স্থাপিত বয়ন শিল্পানুষ্ঠানখনেই অসমৰ একমাত্ৰ এনে পৰ্য্যায়ৰ অনুষ্ঠান। ইয়াৰ উপৰিয়ো জালুকবাৰীত থকা জৰীপ স্কুল আৰু বন প্ৰশিক্ষণ কেন্দ্ৰই মণ্ডল কাননগো আৰু বনবিভাগৰ কৰ্মীসকলক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰি আহিছে।

শাৰীৰিক ভাবে বাধাগ্ৰস্ত শিশুৰ কাৰণে দুখন স্কুলৰ (কলাবোবা স্কুল আৰু অন্ধ স্কুল) উপৰিয়ো নিৰাশ্ৰয় অনাথ শিশুৰ কাৰণে দুখন আশ্ৰয় স্থল আৰু শিক্ষানুষ্ঠান হ'ল 'অসম সেৱা সমিতিৰ' দ্বাৰা পৰিচালিত "নুনমাটিৰ শিশু মঙ্গল কেন্দ্ৰ আৰু জালুকবাৰীৰ শিশু সদন।" গুৱাহাটীৰ ক্ৰমবৰ্দ্ধমান নাগৰিকৰ শৈক্ষিক চাহিদা পূৰণত সহায় কৰি অহা আনকেইটিমান শিক্ষামূলক অনুষ্ঠান হ'ল কামৰূপ অনুসন্ধান সমিতি (১৯১২) আৰু ৰাজ্যিক সংগ্ৰাহালয় নবীন বৰদলৈ হ'ল (১৯০৩) আৰু জিলা পুথিভঁৰাল।

সুকুমাৰ কলা চৰ্চাৰ কাৰণে নানা বেচৰকাৰী আৰু অস্বীকৃত স্কুলৰ উপৰিয়ো আছে চাৰিখন সঙ্গীত কলেজ, এখন 'ললিত কলা একাডেমী" আৰু ভালেকেইটি অনুষ্ঠান। গুৱাহাটীৰে দিছপুৰত ১৯৭৩ চনত ৰাজধানী পতাত এই নগৰীয়ে এক শতাব্দীৰ পিছত ৰাজ্যৰ ৰাজধানী হোৱাৰ সন্মান পুনৰ ওভোতাই লয়। সি যিকি নহওক জ্ঞানপীঠ গুৱাহাটীয়ে ঐতিহাসিক অৰ্থনৈতিক, শৈক্ষিক আৰু সাংস্কৃতিক, ইত্যাদি বিষয়ত ৰাজ্যখনৰ প্ৰাণকেন্দ্ৰ হোৱাৰ মৰ্মমূল ক'ত তাৰ ৰহস্য উৎভাৱন কৰাৰ কাৰণে অনুসন্ধিৎসু ব্যক্তিৰ উপজীব্য হব বুলিয়ে এই প্ৰবন্ধত কিছু তথ্য ডাঙি ধৰা হ'ল।

—×—

# গুৱাহাটী বিশ্ববিদ্যালৰ অন্তৰ্ভুক্ত কলেজসমূহৰ নামৰ তালিকা

## ( ১৯৭২ )

১। অসম ইঞ্জিনিয়াৰিং কলেজ
২। অভয়াপুৰী কলেজ
৩। আৰ্য্য বিদ্যাপীঠ কলেজ
৪। আনন্দৰাম ঢেকিয়াল ফুকন কলেজ
৫। ভোলা বৰুৱা কলেজ
৬। বি. এন. কলেজ ধুবুৰী
৭। বজালী কলেজ
৮। বিশ্বনাথ কলেজ
৯। বৰনগৰ কলেজ
১০। বাণীকান্ত কলেজ
১১। বঙাইগাঁও কলেজ
১২। কটন কলেজ
১৩। কাছাৰ কলেজ
১৪। বাণিজ্য কলেজ
১৫। দৰং কলেজ
১৬। ধন মঞ্জৰী কলেজ ইম্ফল
১৭। দক্ষিণ কামৰূপ কলেজ
১৮। ফজল আলি কলেজ
১৯। গোৱালপাৰা কলেজ
২০। গুৱাহাটী মেডিকেল কলেজ
২১। গুৰুচৰণ কলেজ
২২। গুৱাহাটী বাণিজ্য কলেজ
২৩। গুৱাহাটী কলেজ
২৪। জি. পি. চৰকাৰী ছোৱালী কলেজ ( গভৰ্নমেণ্ট উইমেনছ )
২৫। সন্দিকৈ ছোৱালী কলেজ



২৬। হাফলং কলেজ
২৭। হোজাই কলেজ
২৮। ইম্ফল কলেজ ( মণিপুৰ )
২৯। জৱাহৰলাল নেহৰু কলেজ ( অৰুণাচল প্ৰদেশ )
৩০। জৱাহৰলাল নেহৰু কলেজ ( বকো )
৩১। জনতা কলেজ
৩২। কৰিমগঞ্জ কলেজ
৩৩। কোকৰাঝাৰ কলেজ
৩৪। কহিমা বিজ্ঞান কলেজ
৩৫। লেডিকিন্ ছোৱালী কলেজ
৩৬। নগাঁও কলেজ
৩৭। এল. এম. এছ. আইন কলেজ
৩৮। লুংলে কলেজ
৩৯। লালা ৰুৰেল কলেজ
৪০। এম. ছি. কলেজ
৪১। মঙ্গলদৈ কলেজ
৪২। মণিপুৰ কলেজ ( মণিপুৰ )
৪৩। মডাৰ্ন কলেজ ”
৪৪। মৈৰাং কলেজ ”
৪৫। মৰিগাঁও কলেজ
৪৬। নলবাৰী কলেজ
৪৭। নগাঁও ছোৱালী কলেজ
৪৮। উত্তৰ গুৱাহাটী কলেজ
৪৯। বিলাসীপাৰা কলেজ
৫০। অৰিয়েণ্টেল কলেজ ( মণিপুৰ )
৫১। প্ৰাগজ্যোতিষ কলেজ
৫২। কলিয়াবৰ কলেজ
৫৩। পাচুংগা মেম'ৰিয়েল কলেজ
৫৪। প্ৰমথেশ বৰুবা কলেজ
৫৫। পাণ্ডু কলেজ

৫৬ । ৰবীন্দ্ৰ সদন গাৰ্লছ কলেজ
৫৭ । ৰঙিয়া কলেজ
৫৮ । ৰামকৃষ্ণ নগৰ কলেজ
৫৯ । চিলং আইন কলেজ
৬০ । ছেণ্ট এড্‌মাণ্ড্‌ছ্‌ কলেজ
৬১ । ছেণ্ট এন্থ'নিজ কলেজ
৬২ । ছেণ্ট মেৰিজ কলেজ
৬৩ । এছ. এছ. কলেজ
৬৪ । চিলং কলেজ
৬৫ । শংকৰদেৱ কলেজ
৬৬ । শিলচৰ মেডিকেল কলেজ
৬৭ । শুৱালকুচি বি. এম. এছ. কলেজ
৬৮ । তুৰা গভৰ্ণমেণ্ট কলেজ
৬৯ । ত্যাগবীৰ হেমবৰুৱা কলেজ
৭০ । টিহু কলেজ
৭১ । থৌবাল কলেজ ( মণিপুৰ )
৭২ । শিক্ষক প্ৰশিক্ষণ কলেজ
৭৩ । ইউনিয়ন খৃষ্টিয়ান কলেজ
৭৪ । উইমেনছ কলেজ
৭৫ । ঢিং কলেজ
৭৬ । ডিফু গভৰ্ণমেণ্ট কলেজ
৭৭ । লামডিং কলেজ
৭৮ । বৰপেটা ৰোড হাউলী কলেজ
৭৯ । ছিনড কলেজ
৮০ । চুৰাচান্দপুৰ কলেজ ( মণিপুৰ )
৮১ । খা-মণিপুৰ কলেজ ”
৮২ । তেজপুৰ কলেজ
৮৩ । বৰভাগ কলেজ
৮৪ । ডিমাপুৰ কলেজ



৮৫ । নমবল এল, চনাই কলেজ
৮৬ । নেহৰু কলেজ
৮৭ । কহিমা কলেজ
৮৮ । নগাঁও বি. টি. কলেজ
৮৯ । চৈয়দপুৰ কলেজ
৯০ । জে'াৱাই গভৰ্ণমেণ্ট কলেজ
৯১ । নবীনচন্দ্ৰ কলেজ
৯২ । টংলা কলেজ
৯৩ । কামৰূপ কলেজ
৯৪ । ৰহা কলেজ
৯৫ । স্নাতকোত্তৰ প্ৰশিক্ষণ কলেজ
৯৬ । ড° বি. কে. বৰুৱা কলেজ
৯৭ । কোকৰাঝাৰ বি. টি. কলেজ
৯৮ । কে, আৰ. বি. গাৰ্লছ কলেজ
৯৯ । ঢেকীয়াজুলি কলেজ
১০০ । বাপুজী কলেজ
১০১ । বিজনী কলেজ
১০৩ । বৰমা কলেজ
১০৩ । ৰাধা মাধৱ কলেজ
১০৪ । বাউসী বাণীকান্ত কাকতি কলেজ
১০৫ । গোসাইগাঁও কলেজ
১০৬ । নৱজ্যোতি কলেজ
১০৭ । কামপুৰ কলেজ
১০৮ । জে. বৰুৱা ল কলেজ
১০৯ । চাম্ফাই কলেজ
১১০ । মেণ্ডিপথাৰ কলেজ
১১১ । ধুবুৰী ল কলেজ
১১২ । মানকাছাৰ কলেজ
১১৩ । ছিপাঝাৰ কলেজ
১১৪ । চতিয়া কলেজ

১১৫। বি: পি: চলিহা কলেজ
১১৬। দুধনৈ কলেজ
১১৭। মধ্য-কামৰূপ কলেজ
১১৮। মহাৰাজা বুদ্ধচন্দ্ৰ কলেজ
১১৯। চনম্বম ইবোম্ কলেজ
১২০। বিদ্যাৰ্থীভৱন কলেজ
১২১। পূব-কামৰূপ কলেজ
১২২। পোথিগ্ৰু কলেজ
১২৩। বি. এইছ. বিজনী কলেজ
১২৪। চাপটগ্ৰাম কলেজ
১২৫। এ. কে. চান্দ ল কলেজ
১২৬। নগাঁও ল কলেজ
১২৭। আইডিয়েল গার্লছ কলেজ
১২৮। অসম সংস্কৃত কলেজ
১২৯। নংমিকৃপম্ গোপাল কলেজ
১৩০। মালিগাঁও কলেজ
১৩১। তেজপুৰ ল কলেজ
১৩২। বৰপেটা ল কলেজ
১৩৩। আঞ্চলিক চিকিৎসা মহাবিদ্যালয়, ইম্ফল

( ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অন্তৰ্ভুক্ত কলেজৰ তালিকা )

১। বাহনা কলেজ
২। ছি. কে. বি. বাণিজ্য কলেজ
৩। ছি. কে. বি. বাণিজ্য কলেজ
৪। ডি. কে. ডি. কলেজ ডেৰগাঁও
৫। ভি. আৰ. কলেজ গোলাঘাট
৬। ডি. এইছ. এছ. কে. কলেজ
৭। ডি. এইছ. এছ. কে. বাণিজ্য কলেজ
৮। ডিব্ৰু কলেজ



৯। ডিগবৈ কলেজ
১০। ডি. ছি. বি. গার্লছ কলেজ
১১। ধেমাজী কলেজ
১২। ডুমডুমা কলেজ
১৩। ঢকুৱাখনা কলেজ
১৪। দুলিয়াজান কলেজ
১৫। গড়গাঁও কলেজ
১৬। জে. ডি. এছ. জি. কলেজ
১৭। যোৰহাট কলেজ
১৮। জে. বি. কলেজ
১৯। জাঁজি এইছ. এন. শৰ্মা কলেজ
২০। মাজুলী কলেজ
২১। এম. ডি. কে. গার্লছ কলেজ
২২। মৰাণ কলেজ
২৩। মাধৱদেৱ কলেজ
২৪। মৰিয়নি কলেজ
২৫। নাহৰকটীয়া কলেজ
২৬। এন. এন. শইকীয়া কলেজ
২৭। নৰ্থ বেংক কলেজ
২৮। নৰ্থ লক্ষীমপুৰ কলেজ
৩০। শিৱসাগৰ গার্লছ কলেজ
৩১। এছ. এম. ডি. কলেজ
৩২। শিৱসাগৰ বাণিজ্য কলেজ
৩৩। সোণাৰি কলেজ
৩৪। তিনচুকীয়া কলেজ
৩৫। তিনচুকীয়া উইমেনছ কলেজ
৩৬। এইছ. পি. বি. গার্লছ কলেজ
৩৭। আমগুৰি কলেজ
৩৮। ডি. ডি. আৰ. কলেজ

৩৯। এইছ, ছি. ডি. জি. কলেজ

৪০। কাকজান কলেজ

৪১। সকপথাৰ কলেজ

## অসম কৃষি বিশ্ববিদ্যালয়, যোৰহাট

১। এগ্রিকালছাৰ কলেজ

২। ভেটেৰিনেৰি কলেজ

—×—



## * অসমৰ বিভিন্ন শিক্ষানুষ্ঠান আৰু ছাত্ৰৰ সংখ্যা ( ১৯৭৪-৭৫ )

| নং | শিক্ষানুষ্ঠানৰ নাম | অনুষ্ঠানৰ সংখ্যা | ছাত্ৰৰ সংখ্যা |
|---|---|---|---|
| ১ | বিশ্ববিদ্যালয় | ৩ | ৩১৬০ |
| ২ | সাধাৰণ শিক্ষাৰ কলেজ | ১১৫ | ৭৬৩১০ |
| ৩ | কৃষি কলেজ | ১ | ৪৩৭ |
| ৪ | বাণিজ্য কলেজ | ৬ | ৪৬০২ |
| ৫ | ইঞ্জিনিয়াৰিং কলেজ | ২ | ৯৫৮ |
| ৬ | পলিটেকনিক | ৭ | ৯৪০ |
| ৭ | আই, টি, আই | ৭ | ১৭৫৮ |
| ৮ | আইন কলেজ | ৬ | ২৯০৪ |
| ৯ | চিকিৎসা কলেজ | ৩ | ১৭৭৪ |
| ১০ | আয়ুৰ্বেদ কলেজ | ১ | ৪৩ |
| ১১ | পশুচিকিৎসা কলেজ | ১ | ২৫৮ |
| ১২ | শিক্ষক-প্ৰশিক্ষণ কলেজ | ৬ | ৭৩২ |
| ১৩ | টেক্সটাইল ইনষ্টিটিউট | ১ | ২৯ |
| ১৪ | সংস্কৃত কলেজ | ১ | ৮৬ |
| ১৫ | সাধাৰণ শিক্ষাৰ বিভিন্ন স্কুল | ২৪৮৫৭ | ২৩৬৪২১৭ |
| ১৬ | বৃত্তিমূলক স্কুল | ১১৪ | ১১০৪০ |
| ১৭ | বিশেষ ধৰণৰ শিক্ষাৰ স্কুল | ৩ | ১৬৯ |
| ১৮ | অন্যান্য স্কুল | ২৩৮ | ৯৮০৮ |

* Statistical Hand-book of Assam 1976ৰ পৰা লোৱা।

# গ্ৰন্থসূচী


| কিতাপৰ নাম | লিখক |
|---|---|
| 1. Assam in the days of the Company | *Dr. H. K. Barpujari* |
| 2. Early British Relations with Assam | *Dr. S. K. Bhuyan* |
| 3. Cotton College Golden Jubilee volume 1951-52 | |
| 4. The Missionaries in Assam | *V. H. Sword* |
| 5. A History of Assan | *E. Gait* |
| 6. Asamiya Sahityar itibritta | *Dr. S. N. Sarma* |
| 7. Statistical Hand book of Govt. of Assam 1970 | |
| 8. Education in Assam 1947-48 to 1960-61 | |
| 9. Women of Assam | *E. Vickland* |
| 10. Report on the Progress of Education in Assam 1919-1947 | |
| 11. Asamiya Sahityar Buranji | *D. Neog* |
| 12. A Glimpse of Assam | *U. Barua* |
| 13. Education in Assam | *S. C. Majumdar* |
| 14. Quarterly Bulletin of Statistics, Assam, 1961 | |
| 15. Report of women Education Committee | |
| 16. Assam Primary Education Act 1926 | |





| কিতাপৰ নাম | লিখক |
|---|---|
| 17. Assam Primary Education Act 1947 | |
| 18. Assam Basic Education Act 1954 | |
| 19. A Text book of Education Part III | *Dr. L. Das* |
| 20. অসমীয়া জাতিৰ ইতিবৃত্ত | ( অসম সাহিত্য সভা ) |
| 21. Aspects of the heritage of Assam. Souvenir volume of Indian History congress 1959 | |
| 22. "অভিনন্দন গ্ৰন্থ", সন্দিকৈ ছোৱালী কলেজ ১৯৭৬ | |
| 23. "স্মৰনিকা" নাৰীবৰ্ষৰ স্মৃতিগ্ৰন্থ ১৯৭৪ | |
| 24. Souvernir volume, Indian Philosophical congress, 1977 | |
| 25. Souvenir, XX All India Obstetric and Gynaecological congress 1977. | |
| 26. Statistical Hand book of Assam 1976 | |
| 27. Annual Report of the Board of Seoondary Education 1962—67 | |
| 28. Education in Assam | *B. K. Nath* |
| 29. অসম শিক্ষক সংস্থা পত্ৰিকা ১৯৭২—৭৩ | |
| 30. Census Report 1971 | |

| কিতাপৰ নাম | | লিখক |
|---|---|---|
| 31. Souvenir of Arya vidyapeth college 1973 | | |
| 32. Diamond Jubilee volume of Panbazar Girls High School 1958. | | |
| 33. আধুনিক ভাৰতৰ শিক্ষা | ... | ড° সিদ্ধেশ্বৰ শইকীয়া |

—×—